

## উছর্গা।

যি জনাৰ অশেষ ত্যাগ, একান্ত চেষ্টা আৰু চৰম আত্মবলিদানে আজিৰ এই নবীন অসম গঢ়ি তুলিলে সেই বিপ্লবী বীৰ, ছাত্ৰবন্ধু, নীৰব কৰ্ম্মী, ভীষ্ম প্ৰতিম স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা দেৱৰ পুন্য স্মৃতিৰ উদ্দেশ্যে আমাৰ শ্ৰদ্ধাঞ্জলি বুলি দিগ্‌বলয় সাদৰে অৰ্পণ কৰিলোঁ।

অসম সন্মিলন

কাশী বিশ্ববিদ্যালয়।







# সূচী পত্ৰ।

****

# —আমাৰ কব লগীয়া—



এনে ধৰণৰ কিতাপ এখনি যুগুত কৰাৰ চেষ্টা আমাৰ আজিৰ নহয়। নানান অসুবিধাত বিশেষকৈ কাগজৰ অভাৱত তিনি বছৰৰ আগতে হাতত লোৱা এই কাম আমাৰ যথেষ্ট আগ্ৰহ থকা স্বত্বেও আজিলৈকে পেলাই থব লগীয়াত পৰিছিলো, যুদ্ধ কালীন পৰিস্থিতিৰ পৰিবৰ্ত্তন হোৱাত আৰু গৱৰ্ণমেণ্টৰ কাগজ নিয়ন্ত্ৰণ নীতিৰ কঢ়া বান্ধন অলপ টিলা হোৱাত আমাৰ বহু দিনৰ সেই ইচ্ছা কাৰ্য্যত পৰিণত কৰিবলৈ সহজ হৈছে।

আন এটা অসুবিধা হৈছে উপযুক্ত প্ৰেছৰ অভাৱ। কাশীৰ নিচিনা দূৰ ঠাইৰ পৰা অসমৰ কোনো ঠাইত বা কলিকতাত অসমীয়া কিতাপ নিৰ্ভুলকৈ আৰু মনৰ পৰিকল্পনা মতে ছপাই উলিওৱাটো উজু কাম নহয়। তদুপৰি বৰ্ত্তমান পৰিস্থিতিত অসমৰ প্ৰেছ বিলাকে যথেষ্ট কাম পোৱাত এনে ধৰণৰ জটিল কামৰ দায়িত্ব লব নোখোজে। আমাৰ কিতাপ সোনকালে ছপা হৈ নুঠাৰ ইয়ো এটা কাৰণ। এনে বেমেজালিৰ মাজত বিশেষকৈ দূৰণিৰ পৰা কিতাপৰ কাম চলাব লগীয়া হোৱাত নানান বিষয়ত ত্ৰুটি হোৱাতো স্বাভাৱিক!

বিবিধ প্ৰবন্ধৰ সংগ্ৰহৰ কিতাপ অসমীয়া ভাষাত বিৰল, অথচ আজিৰ যুগত ইয়াৰ আৱশ্যকতা সকলোৱেই উপলব্ধি কৰিছে।

জীৱন্ত ভাষা এটিৰ পৰিপুষ্টি সাধনত নানা বিষয়ৰ প্ৰৱন্ধ আৰু সমালোচনাই যথেস্ট সহায় কৰে। এনে এটি প্ৰচেষ্টাৰ বাবে বিশ্ব-বিদ্যালয়ৰ বাতাৱৰেণেই আটাইতকৈ উপযুক্ত। এই কথা উপলব্ধি কৰিয়েই কাশী বিশ্ব-বিদ্যালয়ৰ অসম সন্মিলনে এই কাম হাতত লয়।

ই আমাৰ প্ৰথম প্ৰয়াস; কিন্তু আমাৰ দৃঢ় বিশ্বাস যে, ইয়াৰ সফলতা বা অসফলতাৰ ওপৰতেই এনে চেষ্টাৰ যৌক্তিকতা নিৰ্ভৰ নকৰে। গতিকে এই কিতাপৰ গুণাগুণৰ মাপ কাঠিৰে ইয়াৰ উদ্দেশ্য যেন জোখা নহয়।

শৰতৰ নিৰ্ম্মল আকাশৰ দিগ্‌বলয়ত ভাহি ফুৰা নানা বৰণৰ ধুনীয়া মেঘ কেই ডুখৰিৰ দৰেই অসমীয়া সাহিত্যৰ দিগ্‌বলয়তো আমাৰ এই নানা তৰহৰ প্ৰৱন্ধ মালাই শোভা বঢ়াওক এয়ে আমাৰ আকাঙ্ক্ষা। সীমাহীন অনন্ত জ্ঞান আকাশৰ সম্পূৰ্ণ দৃষ্টি লাভ কৰা আজিৰ এই জ্ঞান-বিজ্ঞানৰ উন্নতিৰ যুগতো অসম্ভৱেই বুলিব লাগে— তথাপি শক্তি অনুসাৰে প্ৰত্যেকেই তাৰ এটা সীমাৰেখা টানে। যি জনে এই পৰিধি আঁকে সি তেওঁৰেই জ্ঞানৰ পৰিসৰৰ পৰিচায়ক। আজিৰ অসমীয়া সাহিত্যৰ পৰিধিৰ আভাষ দিবলৈ চেষ্টা কৰাটোও দিগ্‌-বলয়ৰ অন্যতম উদ্দেশ্য। দিগ্‌বলয়, ত্যাগ-বীৰ, অসম গৌৰৱ স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা দেৱৰ স্মৃতিৰ উদ্দেশ্যে অৰ্পণ কৰা হৈছে। ই তেখেতৰ বহুমুখী প্ৰতিভাৰ দ্যোতক হওক ইয়ে৷ আমাৰ অভিপ্ৰায়।

শ্ৰদ্ধেয় শ্ৰীযুত জ্ঞানদাভি ৰাম বৰুৱা বাৰ-এট্‌-ল দেৱ কাশী বিশ্ববিদ্যালয়ৰ অসম সন্মিলনৰ এজন আজীৱন হিতাকাঙ্ক্ষী আৰু



পৃষ্টপোষক। দূৰ দেশত থাকিও অসমীয়া জাতি, ভাষা আৰু সাহিত্যৰ কল্যাণৰ বাবে তেখেতে কি দৰে বাঞ্ছা কৰে দিগ্‌বলয়ৰ 'আশীৰ্ব্বাদেই' তাৰ জ্বলন্ত প্ৰমাণ। আম তেখেতৰ ওচৰত চিৰকৃতজ্ঞ।

জন্মগত ভাৱে অসমীয়া নহলেও কাশী বিশ্ব-বিদ্যালয়ৰ কৃতী ছাত্ৰ শ্ৰীযুত শিশিৰ কুমাৰ সিংহ এম, এ, দেৱৰ অসমীয়া ভাষা সাহি-ত্যৰ প্ৰতি যথেষ্ট অনুৰাগ আছে। তাৰ চিন স্বৰূপে অসমীয়া লিপি নজনা স্বত্বেও আগষ্ট বিপ্লৱৰ যৌক্তিকতা প্ৰতিপাদন কৰি এটি উপাদেয় প্ৰৱন্ধ লিখি অসম সন্মিলনৰে সভ্য শ্ৰীযুত প্ৰভাত চন্দ্ৰ শৰ্ম্মা এম, এৰ, দ্বাৰা অনুবাদ কৰাই আমাৰ হাতত দিছে। আমি এই খিনিতে তেখেতৰ শলাগ লওঁ।

দিগ্‌বলয়ত দোষ ভুল কিছু ৰৈ গ'ল, আমি জানোঁ। নতুন চেষ্টা বুলি সহৃদয় পাঠকসকলে আমাক ক্ষমা কৰিব বুলি আমাৰ বিশ্বাস। সমাদৰ পালে আগলৈ এনে বিধৰ চেষ্টাৰ ত্ৰুটি কৰা নহব।

বিনীত—

অসম সন্মিলন,

কাশী বিশ্ব-বিদ্যালয়।

# আশীৰ্ব্বাদ আষাৰি

---

প্ৰাতঃস্মৰণীয় পণ্ডিত শ্ৰীমদনমোহন মালব্যৰ মৰমৰ সৃষ্টি—কাশী হিন্দু বিশ্ববিদ্যালয়। কাশী, বানাৰাসী এই দুটি কথা উচ্চাৰণ কৰিলে, শুনিলে, হিন্দু ভাৰতীয়ৰ কিমান দিনৰ কথা মনলৈ আহে ! কাশী অতি, পুৰণি কালৰে পৰা শিক্ষাৰ কেন্দ্ৰ। ইয়াত শিক্ষা লাভ কৰাকেই পণ্ডিত সকলে পৰম সৌভাগ্যৰ কথা বুলি ভাবিছিল ; এতিয়াও ভাবে। এই কাশীত আমাৰ অসমীয়া যি ছাত্ৰসকলে শিক্ষা লাভ কৰিছে তেওঁ-লোকক ভাগ্যবান বুলি কওঁ। যিজন পুৰুষৰ বিশেষ যতনত, এই বিশ্ব বিদ্যালয় প্ৰতিষ্ঠা কৰা সম্ভৱ হৈছে, সেই পুৰুষ জনক ভক্তি জনাওঁ। পণ্ডিত সৰ্ব্বপল্লী ৰাধা কৃষ্ণন্, পণ্ডিত শ্ৰীশ্যামাচৰণ দে আৰু আন আন গুণী পুৰুষ যিসকলে এই বিদ্যালয় প্ৰতিষ্ঠা আৰু চলোৱা কামত সহায় কৰিছে, তেওঁলোককো মোৰ ভক্তি জনাওঁ। এই বিশ্ব বিদ্যালয় আমাৰ জাতীয় সম্পত্তি। সুখৰ কথা এই বিশ্ব বিদ্যালয়ত আমাৰ মহম্মদীয় ছাত্ৰ সকলেও ঠাই পায়। দ্ৰোণাচাৰ্য্যই একলব্যক শিক্ষা দিয়া নাছিল, সেই গুণে আমি একলব্যৰ গুৰু ভক্তিৰ আদৰ্শ পাইছোঁ। কিন্তু কাশী বিশ্ব বিদ্যালয়ত সকলোৱেই উপযুক্ত শিক্ষা ( ছাত্ৰ সকলে নেভাবিলেও গৰাকীসকলে যাক উপযুক্ত বুলি ভাবে ) পায়। এই শিক্ষা কেন্দ্ৰত



যিসকল ছাত্ৰই, বিশেষ অসমীয়া ছাত্ৰই শিক্ষা পায় তেওঁ লোকক শুভ ইচ্ছা জনাওঁ।

অসমৰ পৰা আঁতৰত শিক্ষা পালে, আন আন ঠাইৰ ছাত্ৰসকলৰ সৈতে উঠি বহি, মনৰ ভাৱ সাল-সলনি হলে মন বহল হয়। চীন দেশৰ এটি বচন আছে— সেইটি এই "মহৎ বিদ্বান মানুহৰ লগত এসাঁজ ভোজন কৰিলে য শিক্ষা হয়, এদ'ম কিতাপ পঢ়িও তিমান শিক্ষা নহয়।"

আৰু এটি কথা আঁতৰত থাকিলে নিজৰ ঘৰলৈ মৰম বাঢ়ে। বুঢ়াহলে সৰু কালৰ কথা শুনিলে, কলে, আনন্দ হয়। সেই দৰে আঁতৰত থাকিলে ঘৰৰ কথা শুনিলে আনন্দ লাগে। যিসকলে ঘৰৰ পৰা আঁতৰি আছে, তেওঁলোকে মোৰ কথা সমৰ্থন কৰিব জানোঁ।

সকলো প্ৰীতি, সকলো প্ৰেমতকৈ দেশ প্ৰীতি, দেশ প্ৰেম ওখ। এই দেশ প্ৰেম সকলোৰে আছে; কাৰো উনৈশ, কাৰো বিশ। উনৈশক বিশ কৰিবলৈ হলে মাজে মাজে নিজৰ ঠাইখিনিৰ পৰা আঁতৰি যাব লাগে। কবিয়ে কৈছে নহয়, "এনে কোনো প্ৰাণহীন জীৱ আছে নে যিজনে কেতিয়াও নাই কোৱা এইখনেই মোৰ দেশ, এইখনেই মোৰ নিজৰ দেশ।" "Home sweet Home' শুনি কোন বিদেশ প্ৰবাসী মানুহৰ চকু চল্ চল্ হোৱা নাই ?

এই খনিতে এটি কথা কওঁ। এই কথা কবৰ নিমিত্তেই আগবাঢ়ি আহিছোঁ। মোৰ অসমৰ বিষয়ে কথা জনা অনা-অসমীয়া

মানুহ অতি তাকৰ। এই যুদ্ধৰ পাছত কোনোৱে ভাৱে অসম— ব্ৰহ্মদেশত। অসম আৰু ব্ৰহ্মদেশ যে বেলেগ নেজানে। কাশীৰ অসমীয়া ছাত্ৰসকলক যোৰ-হাতে খাটোঁ যেন তেওঁলোকে আগ বণুৱা পৰিব্ৰাজক হৈ অসমৰ বিষয়ে অনা-অসমীয়া বিলাকক শিকায়। বাটে, ঘাটে এই কথা প্ৰচাৰ কৰি অসমখন যে অসভ্য ঠাই নহয়, অসমীয়া বিলাক যে বৰ্ব্বৰ, চোৰ ডকাইত নহয়, অনা-অসমীয়া বিলাকক শিকোৱা অসমীয়া ছাত্ৰসকলৰ কাম। এই কাম অসমৰ বাহিৰে থকা অসমীয়া সকলৰ কাম, তেওঁ ছাত্ৰই হওক, কি আন মানুহেই হওক।

আৰু এটি কথা কওঁ। আমি অসমীয়াই যিখিনি সময়ত কাম হাতত লব লাগে, সেইখিনি সময়ত নলৈ পাছত লৈ, আমি বহু পিছ পৰি থাকোহঁক। "এজন ডিউকে পুৱা আধা ঘণ্টা সময় এনেয়ে বহি থাকি, সময়খিনি হেৰুৱাই, ওৰে দিনটো তাকে বিচাৰি ফুৰে।" —এই ফেৰি কথা সৰুতে ইংৰাজীত পঢ়িছিলোঁ। আমি পিছ পৰি থকা কথাখিনি ভাবিলে এই কথা সদায় মোৰ মনত পৰি থাকে। আমি কেতিয়া সময়ৰ মোল বুজিম হঁক?

অসমৰ বিষয়ে নজনা মানুহ অতি ডাঙৰ, মহৎ মানুহৰে পৰা অশিক্ষিত মানুহলৈকে অসমৰ বাহিৰে পোৱা যায়। সৰুতে স্কুলত পঢ়োতে কলিকতাত কিমান আচৰিত আচৰিত প্ৰশ্নৰ উত্তৰ দিব লগীয়া হৈছিল। ২১ জুন তাৰিখে সাঁজ বেলিকা ফুৰিবলৈ



যাওঁতে কিতাপৰ দোকান এটিত শ্ৰীমহাত্মা গান্ধীৰ Hind Swaraj বুলি কিতাপ খন দেখি কিনিলোঁ। সেই কিতাপ খনি ছোৱালী এটিক উপহাৰ দিবৰ ইচ্ছা আছিল। ঘৰলৈ আহি সেই কিতাপ খনিত ছোৱালীটিৰ নাম লিখি ভাবিলো চাওঁচোন কিতাপ খনিত কি আছে? মই আগেয়ে কিতাপখনি পঢ়া নাই। ১৮ পাতলৈকে কিতাপখনি পঢ়িলো— ১৯ পাত পঢ়িয়েই বিচূৰ্ত্তি খালোঁ। কি কথা পঢ়িলোঁ! কি কথা ছপা আখৰত দেখিলো। কিতাপখনি ৪০ বছৰ মান আগেয়ে ছপোৱা— তেতিয়া শ্ৰীমহাত্মা-দেৱ ডেকা আছিল। সি বাৰু যি হওক, সেই কিতাপখনিত এজনে প্ৰশ্ন শুধিছে এজনে উত্তৰ দিছে। এজন পাঠক, আনজন সম্পাদক

পা— "তেনেহলে ঠগ, পিণ্ডাৰী, ভিল মানুহ বিলাক যে ভাৰতৰ বৈৰী এই কথা স্বীকাৰ নকৰে? এই মানুহ বিলাককো মৰমৰ চকুৰে চাব লাগিব নে"?

[মোৰ আগত এই লেখি থকা সময়ত কিতাপ খনি নাই, সেই দেখি হুবহু কথাখিনি লেখিব নোৱাৰিলোঁ।]

সঃ— "সকলোকে মৰমৰ চকুৰে দেখিব লাগিব। এওঁলোকো আমাৰ নিজৰ— Bhils, Thugs, ASSAMESE, Pindaris সকলোৱেই আমাৰ নিজৰ। আমাক যদি স্বৰাজ লাগে, এই মানুহ বিলাকক এৰি দি স্বৰাজ পালে সেই স্বৰাজ স্বৰাজেই নহয়—।

কথাৰ ভাৱ নি মিঠা। শ্ৰীমহাত্মা দেৱৰ মন সকলোৰে প্ৰতি মৰমৰে ভৰা— কিন্তু "অসমীয়াক" ভিল, ঠগ, পিণ্ডাৰৰ লগত একেলগে সাঙোৰাতহে মই বিচূৰ্ত্তি খালোঁ।

পাঠকে "অসমীয়া" কথাটি সুমুউৱা নাই দেই। শ্ৰীমহাত্মা-দেৱেহে সুমুৱালে! মই সচা সাঁচকৈ আচৰিত হলোঁ। মহাত্মাক দোষ দিব নোৱাৰোঁ— সকলো মানুহৰ শিক্ষাৰ দোষক দোষ দিওঁ; আৰু দোষ দিওঁ আমাক, অসমীয়াক।

(আৰু এখন কিতাপত, সেইখন এজন ডাঙৰ বঙালীয়ে লেখা, এনে কথা, অসমীয়াৰ বিষয়ে আছে— সেইখন যাঠি বছৰতকৈও আগৰ ছপা।)

অসমীয়াও যে ভিল, ঠগ, পিণ্ডাৰিৰ দৰে এই কথাকে মহাত্মা-দেৱে কৈছিল, কিন্তু সাৰ কথা খিনি মৰমৰ। মহাত্মাৰ সুন্দৰ মনৰ ভাৱ, যে সকলোকে সমান চকুৰে দেখিব নোৱাৰিলে স্বৰাজ পোৱা মিছা। মহাত্মাই যি কথা কয়, কব, সেই কথা শ-শ বছৰলৈকে থাকিব। কোনো ভাৰতৰ বাহিৰৰ মানুহে (ভাৰতৰ ভিতৰৰ মানুহেও) সেই কেইষাৰি কথা, আজি নহয়, কাইলৈ নহয়, এশ বছৰ পাছে যদি পঢ়ে, অসমীয়াৰ কি অৱস্থা বুলি ভাবিব? সাধাৰণ আঘোণা, ঘাগুণাই কোৱা কথা এক আৰু মহাত্মাদেৱে কোৱা কথা এক। এক মহাত্মাৰ কথা একালে আৰু হেজাৰ মানুহৰ কথা আনফালে— ভৱিষ্যতে মহাত্মাৰ কথাকে সঁচা বুলি মানিব। সেইদেখি মই বহু ভাবি চিন্তি প্ৰকাশক, নৱজীৱন, প্ৰকাশ গৃহলৈ (আমেদাবাদ) লেখিলোঁ।



মনৰ দুখৰ কথা কলোঁ। জনালোঁ যে আমি অসমীয়া অসভ্য নহওঁ ইংক। চমুকৈ আমাৰ বুৰঞ্জীৰ কথা জনালোঁ। কিন্তু "কাঁহা ৰবি জলে কেবা আঁখি মেলে?" উত্তৰ নাই। ডিচেম্বৰ ম লৈকে উত্তৰ নাই। একেখিনি সময়তে ত্যাগী পুৰুষ মোৰ শুভানুধ্যায়ী বন্ধু শ্ৰী এ, ভি, ঠক্কৰ ডাঙৰীয়ালৈ সেই একেদৰেই চিঠি লৈলোঁ। দুদিন পাছতেই উত্তৰ পালোঁ—("This Picture & that")তেওঁ লেখিলে যে মহাত্মাজীৰ লগত আগষ্ট মাহত ৱাৰ্দ্ধাত দেখা হলে এই বিষয়ে উত্থাপন কৰিব। দু'খন মান আৰু চিঠি লিখিলোঁ ঠক্কৰ ডাঙৰীয়ালৈ, ততালিকে উত্তৰ পালোঁ, (আকৌ কওঁ This Picture & that!) মোলৈ লিখিলে, মহাত্মাজীৰ লৈতে দেখা কৰি, "মহাত্মাজীয়ে দুখ কৰিছে যে, আপুনি এই কথাত বেজাৰ পাইছে আৰু যে অসমীয়াইও বেজাৰ পাইছে; তহ তাঙৰণত এই কথা নেথাকিব।"

৮।৯ দিন পাছত আৰু এখন চিঠি পালোঁ, ঠক্কৰ ডাঙৰীয়াৰ পৰা। লিখিলে যে প্ৰকাশকে তেওঁক আমেদাবাদত কলে (এই মানুহ জনে ভাৰতৰ এমূৰৰ পৰা সিমূৰলৈকে ভাৰতৰ সেৱা কৰি ফুৰে) যে Hind Swarajৰ আৰু নতুন তাঙৰণ নহয়!!

ইতি মধ্যে মই অসমলৈ ৫।৬ খন মান চিঠি এই বিষয়ে লিখিছিলোঁ। এজন ডাঙৰ মানুহে উত্তৰ দিলে এই বুলি "মহাত্মা গান্ধীয়ে যদি এনেকৈ লিখিছে সি একো দোষৰ নহয়, কিয়নো মহাত্মাজীয়ে আন কিতাপত অসমীয়াৰ প্ৰশংসা কৰিছে" সি হব পাৰে, কিন্তু সেই প্ৰশংসাৰ লগত এনে কথা কোৱা হৈছিল নে, হিন্দ স্বৰাজত যি কথা

কোৱা হৈছে সি কথা তেওঁৰ ভুল আছিল, ভুল হৈছিল ? কিন্তু তেনে কথা কোৱা হোৱা নাই যেতিয়া শ্ৰীমহাত্মাদেৱৰ কাপৰ পৰা এনে এটি কথা ওলোৱা উচিত। কিয়নো মই আকৌ ডাঠি কওঁ মহাত্মা দেৱে যি কথা কয় সি নিগাজি হৈ চিৰকাললৈ থাকিব। আমাৰ কথা বতাহত উৰি ক্ষণেকতে নাইকিয়া হব। এজন ডেকা বন্ধুয়ে উত্তৰ দিলে যে আমাৰ স্বৰ্গীয় হেম গোঁসাই ডাঙৰীয়াই মহাত্মাদেৱৰ সৈতে ১৯২১ খৃঃষ্টাব্দত গুৱাহাটীত দেখা কৰি এই কথা কৈছিল। এই কথা শুনি মোৰ মনত পৰিল স্বৰ্গীয় গোঁসাই ডাঙৰীয়াই মহাত্মাৰ সৈতে দেখা কৰিয়েই আৰ্ল-ল কলেজৰ পথাৰত এই কথা মোৰ আগত আৰু তেতিয়া সেইখিনি সময়ত মোৰ ঘৰৰ আগৰ পথাৰত আন বন্ধুৰ আগত গধুলি বেলিকা কৈছিল। মই আন কামত ব্যস্ত থকাত সেই কথালৈ তিমান কাণ দিয়া নাছিলো। মোৰ এই চিঠি খনি পাই সেই কথা মনত পৰিল। মহাত্মাই তেতিয়া কৈছিল যে অহা বাৰলৈ ছপা হোৱা কিতাপত সেই কথা নেথাকিব। মহাত্মাজীয়ে সেই কথা পাহৰিলে নিশ্চয়, কিয়নো সেইকথা ১৯৪৫ লৈকে আছিল। মই চিঠি লিখা আন কিজনে একো উত্তৰ নিদিলে।

যেতিয়া শুনিলো যে Hind Swaraj ৰ আৰু ন তাঙৰণ নোলায় মই বিবুদ্ধি হলোঁ। আকৌ ঠক্কৰ ডাঙৰীয়াৰ শৰণাপন্ন হলোঁ। তাৰ পিছতেই অসমৰ ডাঙৰ মানুহজনৰ চিঠি পালোঁ। তেতিয়া মই ভাবিলো যে অসমৰ আন আন মানুহৰ যেতিয়া এনে বিতৃষ্ণা



মই কিয় ঠক্কৰ ডাঙ্গৰীয়াক বিৰক্ত কৰো ? মই তেওঁলৈ লিখিলোঁ যে "আপুনি বহুত কৰিছে মোৰ নিমিত্তে, আৰু একো নকৰিব এতিয়া। অসমৰ আন মানুহে এই বিষয়ে সিমান একো ভবা নাই ইত্যাদি।" ঠক্কৰ ডাঙ্গৰীয়াক এই খিনিতে ধন্যবাদ দিওঁ।

একো উপায় নেপাই বহুত ভাবি চিন্তি শ্ৰীমহাত্মাদেৱলৈকে এখন চিঠি লিখি শৰণাপন্ন হৈ মোৰ নিবেদন জনালোঁ। তৎক্ষণাৎ উত্তৰ পালোঁ। (আমাৰ আসামৰ, ভাৰতৰ ডাঙৰ সৰুয়ে চাওক। মহাত্মাদেৱৰ দৰে কামত ব্যস্ত থকা মানুহ ভাৰতত নাই আৰু পৃথিবীতো বিৰল। সেই মানুহজনে, the greatest living Indian এ ততালিকে উত্তৰ দিলে। কিন্তু, আনে ?) এই মহা পুৰুষৰ উত্তৰ খনি দিয়েই মহাত্মাজীক ভক্তিপূৰ্ণ নমস্কাৰ জনাই সামৰোঁ। চিঠিখনি হিন্দি আখৰত। মই অৱশ্যে ইংৰাজীত লিখিছিলোঁ !! দুখৰ কথা।

পুনা

২৯. ১০. ৪৫.

"মহোদয়, আপ্ বিলকুল ঠিক কহতে হ্যাঁয়। আসামী শব্দ মেৰে অজ্ঞান সে আগয়া হ্যাঁয়। মেৰী গফলত কে কাৰণ য়হ শব্দ আবৃত্তি মেসে নহী নিকালা গয়া। অবতো ম্যায়নে ছাপাখানে মে লিখ্ দিয়া হ্যাঁয়। গলতীকে লিয়ে মাফ কৰে, য়হ খত্ আপ প্ৰকট কৰ সকতে হ্যাঁয়।

আপকা—

"মোঃ কাঃ গান্ধী"

" মহোদয় " আৰু " আপকা মাঃ কাঃ গান্ধী"

শ্ৰীমহাত্মাদেৱৰ নিজৰ হাতৰ লিখা।

এই চিঠি পোৱাৰ ডেৰ মাহ মান পাছত ( মই প্ৰকাশকলৈ লিখা পাঁচ মাহ মানৰ পাছত ) প্ৰকাশকে মোলৈ আমেদাবাদৰ পৰা উত্তৰ দিলে " গুজৰাটী সংখ্যাৰ পৰা "ASSAMESE" শব্দ উঠাই দিয়া হৈছে। ইংৰাজী সংখ্যাৰ পৰাও উঠাই দিয়া হব।" চিঠিৰ উত্তৰ নিদিয়া কামৰ মানুহৰ চিন নহয়— অকামিলা মানুহৰ হে চিন।

কাশী বিশ্ব বিদ্যালয়ৰ ছাত্ৰসকল! মই আপোনালোকক যোৰ হাতেৰে নিবেদন কৰোঁ যে আপোনাসকলে যেন অসমৰ কথা, বুৰঞ্জী, সাহিত্য সভ্যতাৰ বিষয়ে অসমৰ বাহিৰে প্ৰচাৰ কৰি মাতৃ ভূমিৰ গৌৰৱ বঢ়াওক, মাতৃভূমিক অনাঅসমীয়াৰ সৈতে চিনাকী কৰি দিয়ক মাতৃভূমিৰ, পিতৃভূমিৰ নাম হলে আপোনালোকৰে সুনাম হব! আপোনালোকৰ প্ৰতি কথাতে প্ৰত্যেক ব্যৱহাৰতে অসমৰ যশ বাঢ়িব। পৰম পিতা পৰমেশ্বৰে আপোনালোকৰ মঙ্গল কৰক। ব্ৰহ্ম কৃপাহিকেবলম্।

বাজাজ ভৱন, তিলকনগৰ,
কানপুৰ।
২০। ১২। ৪৫ চন।

শ্ৰীজ্ঞানদাভিৰাম বৰুৱা।

# হিন্দু সমাজত নাৰী



মানৱ সমাজৰ ইতিহাসৰ আদিম চোৱাত প্ৰায় প্ৰত্যেক দেশতে ছোৱালীৰ জন্ম, মাক বাপেকে দুৰ্ভাগ্যৰ পৰিচয় বুলি ধৰি লৈছিল। লৰাৰ জন্ম হলেই গোটেই পৰিয়ালৰ আনন্দৰ সীমা নাথাকে। কিয় বাৰু? লৰা আৰ্থিক উন্নতিৰ কাৰণ; সি বিয়াৰ পিচত ঘৰৰ পৰা ওলাই নেযায়; বুঢ়াকালত মাক বাপেকক ভৰণ পোষণ দিয়ে। যুদ্ধ আদিতো লৰাই আগৰণুৱা হৈ বংশৰ নাম উজ্বল ৰাখে। সেই সময়ৰ সমাজে দকৈ ভাবি নেচাইছিল যে ছোৱালীয়েই লৰাকো জন্ম দিয়ে আৰু সমাজৰ কল্যাণৰ কাৰণে লৰা ছোৱালী দুয়োৰে সমানে আৱশ্যক। ছোৱালীৰ কাৰণে কোনো কোনো সমাজত ইমান ঘৃণাৰ সৃষ্টি হৈছিল, যে জন্মৰ পিছতেই তাইক মাৰি পেলাইছিল।[১]

ভাৰততো বৈদিক যুগত লৰাৰ কাৰণে সমাজৰ সেই একে উগ্ৰ হেঁপাহ আছিল। ঋগ্‌বেদত অনেক ঋষিয়ে ইন্দ্ৰ আদি দেৱতাক উপযুক্ত পুত্ৰৰ কাৰণে প্ৰাৰ্থনা কৰা পোৱা যায়।[২] অথৰ্ব্ববেদত লৰাৰ জন্ম সুনিশ্চিত কৰাৰ কাৰণে মন্ত্ৰ-পাতিৰ ব্যৱস্থা দিয়া আছে। আন হাতে ছোৱালীৰ জন্মও নিতান্ত দুৰ্ভাগ্যৰ বুলি ধৰি লোৱা নহৈছিল। বৃহ-দাৰণ্যক

১—Wester marck—"History of Human Marriage"
২—III, 23 VI, I!,

উপণিষদত লৰাৰ জন্মৰ বাবে কৰিব লগীয়া ক্রিয়াকৰ্ম্মৰ ব্যৱস্থা আছে, তথাপি বৈদিক বা উপণিষদ যুগত ছোৱালী-হত্যাৰ[৩] কোনো উল্লেখ পোৱা নেযায়। অধ্যাপক ওৱেবাৰে তৈত্তিৰীয় সংহিতাত থকা মন্ত্র[৪] এফাঁকিৰ ভুল অৰ্থ কৰি বৈদিক ভাৰততো শিশু-হত্যাৰ প্রচলন আছিল বুলি প্রতি-পন্ন কৰিবৰ চেষ্টা কৰিছিল। কথা ফাঁকিৰ অৰ্থ এই ঃ—

"তেওঁলোক শেষৰ বাৰ স্নানৰ বাবে যায়। তেওঁলোকে থালী (মাটিৰ বা পিতলৰ ডাঙৰ পাত্র-স্ত্রীলিঙ্গ শব্দ) মাটিত থয় কিন্তু বায়ু দেৱতাৰ পাত্ৰবোৰ (সেই পাত্ৰৰ নাম "গ্রহ"—পুংলিঙ্গ শব্দ) ডাঙি লয়। এতেকে ছোৱালী জন্মিলে তেওঁলোকে ওচৰতে থৈ দিয়ে আৰু লৰা জন্মিলে ডাঙি লয়"।

ইয়াত "ছোৱালী জন্মিলে পেলাই দিয়ে"-বুলি কৰা অৰ্থ অত্যন্ত অসঙ্গত আৰু অবান্তৰ। আধুনিক প্রাচ্য আৰু প্রাশ্চত্য পণ্ডিতসকল এই বিষয়ে একমত।

বৈদিক যুগত ছোৱালীৰ জন্মক কিয় আপদ বুলি ধৰি লোৱা নহৈছিল তাৰ কাৰণ কেবাটিও। শিক্ষা-দীক্ষা আদিত লৰা আৰু ছোৱালীৰ

৩— VI, 4, 27.

৪— অৱভৃথমৱযন্তি। পৰাস্থালীৰস্যন্তি, উদ্বায়ব্যানি হৰন্তি।
তস্মাৎ স্ত্রিয়ং জাতাং পৰাস্যন্তি। উৎপুমাংসং হৰন্তি॥ T. S. VI 5, 10





বিশেষ কোনো পাৰ্থক্য নাছিল! লৰাৰ দৰে ছোৱালীবো উপনয়ণ হৈছিল; তেওঁলোকেও পূজা-সেৱা কৰিব পাৰিছিল, আৰু বিয়াৰ সমস্যাও কঠিন নাছিল—অনেক সময়ত ছোৱালীয়েই নিজৰ বিয়াৰ ব্যৱস্থা নিজে কৰি লৈছিল। ছোৱালী বিধবা হোৱাৰ ভয়েও মাক-বাপেকক তাড়না নিদিছিল কাৰণ সেই সময়ত বিধবা-বিবাহৰ পুৰা প্রচলন আছিল। সময়ৰ লগে লগে এই অৱস্থাৰ পৰিবৰ্ত্তন হবলৈ ধৰিলে, পূৰ্ব্ব-পুৰুষৰ ঋণ পৰিশোধ কৰিবলৈ লৰাইহে সমৰ্থ-এই ধাৰণাই সমাজত শিপালে। লৰাইহে দেৱ-দেৱীৰ পূজা-সেৱাৰ অধিকাৰ পালে; ছোৱালী বঞ্চিত হ'ল। যীশু খৃষ্ট জন্মৰ কালৰ পৰা আৰম্ভ কৰি ভাৰতত ক্রমান্বয়ে বাল্য-বিবাহৰ প্রকোপ বাঢ়িবলৈ ধৰিলে আৰু প্রায় তাৰ লগে লগে বিধবা-বিবাহ আৰু নিয়োগ প্রথা (বিধবাই স্বামীৰ ভায়েকৰ দ্বাৰা বংশ ৰক্ষাৰ বাবে সন্তান উৎপাদন কৰা প্রথা) নিষিদ্ধ হল। অসবৰ্ণ বিবাহকো লাহে লাহে সমাজে ঘৃণা চকুৰে চাবলৈ ধৰিলে। আন পিনে সমাজত শত-সহস্র জাতি উপজাতিৰ সৃষ্টি হল—প্রত্যেকেই নিজ জাতৰ বাহিৰত বিয়া নকৰায় আৰু ছোৱালীও নিদিয়ে। কাজে কাজেই দৰা বিচৰা কাম টানহৈ আহিল। দুৰ্ভাগ্যক্রমে ছোৱালী এবাৰ বিধবা হলে মাক-বাপেকৰ কান্ধৰ বোজা হৈ পৰিল আৰু আজীৱন এটি শোকাবহ দৃশ্যৰ কাৰণ হল। অকল এয়ে

নহয়—৫ম শতাব্দীৰ পিচৰ পৰা সতী প্ৰথাৰ প্ৰচলন হল, নিজ চকুৰে নিজৰ ছোৱালী জীয়ন্তে চিতাত পুৰিমৰা দৃশ্য চোৱা মাক-বাপেকৰ পক্ষে অসহ্য হৈ উঠিল। এনেস্থলত ছোৱালীৰ জন্মত মানুহৰ দুখ আৰু নানা আশঙ্কা মনলৈ আহিবৰেই কথা। মহাভাৰতত[1] আছে—পুত্ৰ নিজৰেই প্ৰতিকৃতি' ভাৰ্য্যা সখী, কিন্তু ছোৱালী মানুহৰ দুখৰ মূল"। একাদশ শতিকাৰ কথা-সৰিৎ-সাগৰৰ[2] লেখক সোমদেব সুৰীয়ে লিখিছে যে—লৰা আৰু ছোৱালীৰ ভিতৰত স্বৰ্গ আৰু মৰ্ত্ত্যৰ তফাৎ— এটা হ'ল মূৰ্ত্তিমান সুখ আৰু আনটো হ'ল সকলো দুখৰ গুৰি। এতেকে মধ্যযুগত হিন্দু সমাজৰো কোনো কোনোৱে ছোৱালী জন্মা মাত্ৰেই মাৰি পেলাইছিল— এই কথাত অবিশ্বাস কৰিবৰ একো নাই; কিন্তু কোনো ভদ্ৰ পৰিয়ালতে এই অপ-প্ৰথাই ঠাই নেপাইছিল। ইংৰাজ ভাৰতলৈ অহা সময়ত ভাৰতৰ কোনো কোনো ঠাইত হয়তো এই প্ৰথাৰ কদা কাচিৎ প্ৰচলন আছিল; কিন্তু বিদেশী গ্ৰন্থকাৰসকলে তাকে হেজাৰ গুণে অতিৰঞ্জিত কৰি দেখুৱাইছে।

১—আত্ম পুত্ৰঃ সখা ভাৰ্য্যা, কৃচ্ছ্ৰংতু দুহিতা নৃণাম। 1, 173, 10.
২—শোককন্দঃ ক কন্যা হি আনন্দঃ কায়বান্ সুতঃ। 28, 6,





## প্ৰাচীন কালত ভাৰতৰ বাহিৰত কি দেখোঁ ?

তিৰোতাৰ প্ৰতি মতাৰ দুৰ্ব্ব্যৱহাৰ অৰ্দ্ধ-অনশনৰ, ব্যৱস্থা আৰু শাৰীৰিক শক্তিৰ অনুপাততকৈ দুগুণ বেচি কাম কৰাৰ বাধ্যতা। নিজৰ ইচ্ছামতে মতাই তিৰোতাক পৰিত্যাগ কৰা, বেচি পেলোৱা আৰু হত্যা কৰা দৈনন্দিন দৃশ্য আছিল। এঠাইৰ পৰা আন এঠাইলৈ যাওঁতে নিজ সন্তান বৈ লৈ যোৱাৰ উপৰিও তিৰোতাই ভাৰবাহী জন্তুৰ কাম কৰিব লগা হৈছিল। মিঃ ডেভিজে[1] পুৰণি গ্ৰীচৰ সম্বন্ধে এইদৰে লিখিছে— "এথেন্সত নাৰী-সমস্যা নাছিল কাৰণ সকলো তিৰোতাই আছিল শাক পাচলিৰ পৰ্য্যায়ভুক্ত, আৰু স্পাৰ্টাতো নাৰী-সমস্যা নাছিল, কাৰণ তাত মুনিহ তিৰোতা উভয়েই পশুতকৈ অলপহে উন্নত আছিল"।

প্ৰাচীন ৰোমৰ আইনে গিৰীয়েকক তিৰোতাৰ জীৱন-মৰণৰ ক্ষমতা-পৰ্য্যন্ত অৰ্পণ কৰিছিল আৰু পেলেষ্টাইনত তিৰোতাক বজাৰৰ বস্তুৰ দৰে অবাধে কিনা বেচা কৰিছিল।

সমসাময়িক জগতত নাৰীৰ প্ৰতি বৰ্ব্বৰ আচৰণ কৰা হৈছিল বুলিয়েই যে ভাৰততো তাৰ পুনৰাবৃত্তি সমৰ্থন কৰিম, সেই উদ্দেশ্য মোৰ মুঠেও নহয়; বৰঞ্চ যিসকল আধুনিক সমাজ-সংস্কাৰকে অতীতত আমাৰ দেশতো সদায় নাৰীৰ প্ৰতি বৰ্ব্বৰ আচৰণ কৰা হৈছিল, বুলি, বৰ্ত্তমানত নাৰী সমস্যা সমাধানৰ বাবে প্ৰায়শ্চিত্ত আৰু অনুতাপৰ

১—Davies—"A Short History of Women"
N. 172.

সুৰত আগবাঢ়ে—তেখেতসকলৰ সেই অনুতাপৰ সুৰ যে বহুল পৰিমানে নিষ্প্ৰয়োজন তাৰ আভাস দিয়াটোহে এই প্ৰবন্ধৰ অন্যতম অভিপ্ৰায়। স্বীকাৰ কৰো, আজিৰ দিনতো হিন্দু-সমাজে তিৰোতাৰ প্ৰতি যথেষ্ট অন্যায় কৰি আহিছে; মোৰ বক্তব্য—তিৰোতাৰ প্ৰতি হিন্দু-সমাজৰ এই অবিচাৰৰ আৰম্ভণি হয় মধ্যযুগতহে।

তিৰোতা, স্বামীৰ ব্যক্তিগত সম্পত্তি মাথোন—এই বিশ্বাস সম্ভৱতঃ প্ৰাক্‌বৈদিক যুগত ভাৰততো কিছু পৰিমানে শিপাইছিল। কিন্তু বৈদিক যুগত সেই ধাৰণাৰ বিৰুদ্ধে সমাজৰ মত গঠিত হৈছিল। ঋগবেদত[২] ইয়াৰ প্ৰমাণ আছে। জুৱাখেলত নিজৰ ঘৈণীয়েকক পণ কৰি, খেলত হাৰি এজন জুৱাৰীয়ে অনুতাপ কৰিছে—"এওঁ (ঘৈণীয়ে) মোক কোনো দিনে খং কৰা নাছিল, নাইবা অযথা লাজকুৰীয়াও নাছিল। মোৰ প্ৰতি আৰু মোৰ বন্ধুবৰ্গৰ প্ৰতি তেওঁ আছিল স্নেহ পৰায়ণা, তথাপি এটা পাশা গুটিৰ বাবে মই এই পতিব্ৰতা পত্নীক পৰিত্যাগ কৰিব লগাত পৰিলোঁ।"

"শাহুৱে মোক গালি পাৰে; ঘৈণীয়েও মোৰ বিৰোধিতা কৰে; মগনীয়াই আৰু কোন সহানুভূতিশীল লোকক লগ পায়? জীৰ্ণ-

২—ন মা মিমেথ ন জিহীড়ে এষা। শিবা সখিভ্যঃ উত মহ্যমাসীৎ। অক্ষস্যাহমেকপৰস্য হেতোঃ, অনুব্ৰতা মপজায়ামৰোধম ॥ X. 34 2
দ্বেষ্টি শ্বশ্ৰূঃ অপজায়া পণদ্ধি। ন নাথিতঃ বিন্দতে মৰ্ডিতাৰম, অশ্বস্যেৱ জৰতঃ বস্নস্য। নাহং বিন্দামি কিতৱস্য ভোগম ॥ X, 34, 3





শীৰ্ণ হোৱা দামী ঘোৰাৰ দৰে জুৱাৰীৰ আমোদ প্ৰমোদ ভোগ কৰা আৰু মোৰ নহৈছে।"

মহাভাৰতত, দ্ৰৌপদীক পণ কৰি পাশা খেলা কাৰণে আটাইবোৰ সভাসদেই যুধিষ্ঠিৰৰ এই ঘৃণনীয় কাৰ্য্যৰ তীব্ৰ নিন্দা কৰিছিল।

মুঠৰ ওপৰত বৈদিক যুগত আৰ্য্য সমাজত নাৰীৰ স্থান সন্তোষ-জনক আছিল। লৰাৰ দৰে ছোৱালীকো শিক্ষা দিয়া হৈছিল আৰু তেওঁলোকেও ব্ৰহ্মচাৰিণীৰ (ছাত্ৰী) জীৱন যাপন কৰিব লাগিছিল। অথৰ্ব্ববেদত[১] স্পষ্ট উল্লেখ আছে যে ব্ৰহ্মচৰ্য্যা পালন কৰিহে ছোৱালীয়ে উপযুক্ত যুৱকক পতি হিচাবে পাব পাৰে। বহুত তিৰোতা খ্যাতনামা কবি আছিল। ঋগ্‌বেদ ৰচয়িতৃ কবিসকলৰ ভিতৰত তিৰোতাও আছে। সাধাৰণতে ছোৱালীৰ বিয়াৰ বয়স আছিল ১৬-১৭। এই বয়সৰ শিক্ষিতা ছোৱালীয়ে নিজৰ বাবে দৰা নিৰ্ব্বাচনত নিশ্চয় যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। অনেক ক্ষেত্ৰত আকৌ প্ৰণয় বিবাহৰ প্ৰচলন আছিল।

পৰ্দা প্ৰথা নাছিল। তিৰোতা ফুৰণ-চাকণত সম্পূৰ্ণ নিৰঙ্কুশ আছিল আৰু আনকি নিজৰ প্ৰেমিকৰ লগত ছোৱালীয়ে অবাধে উদ্যানত বিচৰণ কৰাৰ কথা প্ৰাচীন লিপি সমূহতো পোৱা যায়। ধৰ্ম্ম বিষয়তো

১—ব্ৰহ্মচৰ্য্যেণ কন্যা যুবানং বিন্দতে পতিম। XI, 5, 18.

তিৰোতা সম্পূৰ্ণ স্বাধীন আছিল আৰু তেওঁলোকে নিজে নিজে যাগ-যজ্ঞ কৰিব পাৰিছিল। ধনী-আৰু ৰাজ--পৰিয়ালৰ ভিতৰত বহু বিবাহৰ প্ৰচলন আছিল যদিও সৰ্ব্ব সাধাৰণৰ ভিতৰত সি ঠাই নেপাইছিল। সতী প্ৰথাৰ কোনো উল্লেখেই বৈদিক গ্ৰন্থত পোৱা নাযায়। বিধবাই পুনৰ বিয়া কৰাব পাৰিছিল অথবা নিয়োগ প্ৰথাৰে সন্তানৰ মাক হব পাৰিছিল বৈদিক আৰু উপনিষদ্ যুগত তিৰোতাৰ প্ৰধান অন্তৰায় আছিল সম্পত্তিত অনধিকাৰ। স্ত্ৰী-আৰু পুৰুষ উভয়ে ঘৰৰ উমৈহতীয়া অধিকাৰী বুলি স্বীকৃত হৈছিল যদিও কাৰ্য্যতঃ সম্পত্তিত তিৰোতাৰ কোনো স্বত্ব নাছিল। আন সকলো প্ৰকাৰে তিৰোতাক পুৰুষৰ সমানে স্থান দি আৰ্য্যসকলে সম্পত্তিৰ পৰা তেওঁলোকক কিয় বঞ্চিত কৰিলে এইটো আচৰিত যেন নেলাগে নে? তাৰ কাৰণ আছে। আৰ্য্যসকলে সম্পূৰ্ণ নজনা শুনা ঠাইত আহি নতুনকৈ শাসন স্থাপন কৰিছে মাথোন—চাৰিওফালে বিদ্ৰোহী অনাৰ্য্য, জীৱন আৰু সম্পত্তিৰ কোনো স্থিৰতা নাই এনে অৱস্থাত তিৰোতাই বিশেষকৈ বিধবাই কেনেকৈ সম্পত্তি ৰক্ষা কৰিব পাৰে? তিৰোতাহে নেলাগে ঘৰৰ মূল মানুহজনৰ বাহিৰে আন পুৰুষৰো সম্পত্তিত অধিকাৰ নাছিল।

বৈদিক সাহিত্যত নাৰী বিদ্বেষী কথা মুঠেই নাই বুলিবও নোৱাৰি।





“নাৰী চঞ্চল চিতীয়া”; “দেখনীয়াৰ আৰু নাচিব-গাব পৰা মানুহে তিৰোতাক সহজে ভুলাব পাৰে।”[১] “আনকি ইন্দ্ৰয়ো কৈছে যে তিৰোতা অসংযত মনৰ”[২] “এনেবোৰ মন্তব্য কদা-কাচিৎ দেখিবলৈ পোৱা যায়। মহাভাৰতৰ এঠাইত আছে—কাম-ভোগৰ অভাৱেই তিৰোতাৰ বেমাৰ”[৩]; কিন্তু এইবোৰৰ সৰহ ভাগেই কবিৰ সহজ ভাবত কোৱা বিদ্ৰূপাত্মক অভিব্যক্তি মাথোন। মৈত্ৰায়ণীয় সংহিতাৰ এঠাইত আছে যে নাৰী অসতাৰ প্ৰতিমূৰ্ত্তি—কিন্তু যি তিৰোতাই নিজৰ স্বামীক এৰি অইনৰ লগত ফুৰে তেওঁলোকৰ প্ৰতিহে এই কথা কোৱা হৈছে।[৪] ৰামায়ণত লক্ষ্মণে কৈছে যে নাৰী ধৰ্ম্মহীনা চঞ্চলা আৰু দন্দুৰী আৰু নাৰীয়ে চোকা বাক্য-বাণ প্ৰয়োগ কৰে[৫]—কিন্তু তেওঁ এই বক্ৰোক্তি কৰিছে কেতিয়া? মায়া মৃগৰ পিচত লৰি ধাপৰি ৰাম যেতিয়া অদৃশ্য হ'ল আৰু ৰাক্ষসে মৰিবৰ সময়ত বিকট শব্দ কৰিলে লক্ষ্মণে তেতিয়া বঢ়িয়াকৈ বুজিছিল যে এই শব্দ ৰামৰ কাতৰ বাণী নহয় ৰাক্ষসৰ মায়াহে, অথচ অলপো কাতৰ নোহোৱা দেখি সীতাই আজীৱন ব্ৰতাচাৰী লক্ষ্মণক

১—তস্মাদ্য এব নৃত্যতি যো গায়তি তস্মিন্নেবৈতা নিমিষ্ঠতমা ইব শঃ ব্ৰাঃ III 2 3, 6,

২—ইন্দ্ৰশ্চিদ্ধ তদব্ৰবীৎ স্ত্ৰীয়া অশাস্যং মনঃ। ঋগ IV; 33, 17

৩—অসং ভোগো জৰা স্ত্ৰীণাম। IV, 39, 7৪,

৪—অনৃতং স্ত্ৰী-অনৃতং বৈষা কৰোতি যো পত্যুঃ ক্ৰীতা সতী অথান্যৈশ্চৰতি I, 10, 11

৫—স্বাভাবস্তেষঃ নাৰীণাং এবং লোকেষু দৃশ্যতে।
বিক্তমু ধৰ্ম্মাশ্চপলাস্তীক্ষাঃ ভেদকৰাঃ স্ত্ৰিয়ঃ। III, 45, 28

নানান কটু কথা শুনালে। উত্তেজিত হৈ লক্ষ্মণে সীতাৰ প্ৰতি উপৰত উল্লেখ কৰা কথা খিনি কৈছিল। নাৰী-বিদ্বেষত পদ্মপুৰাণক কোনেও চেৰ পেলাব পৰা নাই। ইয়াৰ সৃষ্টিকাণ্ডত আছে-যে যি তিৰোতাৰ অসতী হবলৈ কোনো সুবিধা-সুযোগ নাই তেৱেঁই হে সতী হৈ থাকে। এনেকুৱা জঘন্য উক্তিক কেৱল ধেমালিৰ ছলত কোৱা কথা বুলি উৰাই দিব নোৱাৰি। ইয়াৰ এটা নিহিত উদ্দেশ্য আছে, সেয়ে হৈছে সন্ন্যাস ধৰ্ম্মৰ প্ৰচাৰ। বৈষ্ণৱ সকলৰ এদলে এই পন্থাত বিশ্বাস কৰিছিল আৰু তাৰ প্ৰচাৰৰ কাৰণে মূল অস্ত্ৰ কৰি লৈছিল তিৰোতাৰ বিৰুদ্ধে বিষ উদগাৰ। বৰাহমিহিৰে তেওঁৰ বৃহৎসংহিতাত অকাট্য যুক্তি তৰ্কৰে তিৰোতাৰ পক্ষ সমৰ্থন কৰিছে। তেওঁ কয় যে তিৰোতাৰ গাত থকা এনে এটা দোষ পৃথিবীত নাই যিটো পুৰুষৰ গাতো সমান পৰিমাণে দেখা নেযায়। বিয়াৰ-শপথ ৰক্ষা কৰিবলৈ তিৰোতাই যিমান চেষ্টা কৰে পুৰুষে তাৰ আধাও নকৰে।

উপনিষদ যুগত দৰ্শণ আৰু ব্ৰহ্মবিদ্যাত কোনো কোনো তিৰোতাই শীৰ্ষস্থান লাভ কৰিছিল। ঋষি যাজ্ঞবল্ক্যৰ পত্নী মৈত্ৰেয়ীয়ে দৰ্শণ শাস্ত্ৰত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল। গাৰ্গীয়ে জনক ৰজাৰ ৰাজ সভাত যাজ্ঞবল্ক্যক দাৰ্শণিক প্ৰশ্নৰে অতি বিব্ৰত কৰি তুলিছিল। মৈত্ৰেয়ী বেদান্তৰ ছাত্ৰী আছিল আৰু তেওঁৰ গুৰু আছিল বাল্মীকি

৬—স্থানং নাস্তি ক্ষণং নাস্তি, প্ৰাৰ্থয়িতা নৰঃ।
তেনে নাৰদ নাৰীণাং সতীত্বমুপজায়তে ॥
পদ্মপুঃ 49, 20





আৰু অগস্ত্য। অনেক তিৰোতাই চিৰ-জীৱন অবিবাহিত থাকি শিক্ষা বিস্তাৰত আত্মনিয়োগ কৰিছিল সেয়ে পাণিনী ব্যাকৰণত "শিক্ষয়িত্ৰীক" বুজাবলৈ উপাধ্যায়া আৰু আচাৰ্য্যা শব্দৰ প্ৰয়োগ পাওঁ। বেদত চিৰ-কুমাৰীক বুজাবলৈ "অসাজুঃ" শব্দৰ সৃষ্টি কৰা হৈছিল। ইয়াৰ পৰা অনুমান হয় যে বৈদিক যুগত গৃহস্থ ধৰ্ম্মৰ প্ৰতি মানুহৰ প্ৰবল আসক্তি থাকিলেও কোনো কোনো তিৰোতাই হয় ধৰ্ম্মৰ উদ্দেশ্যে, নহয় শিক্ষা প্ৰচাৰৰ অৰ্থে চিৰ জীৱন উচৰ্গা কৰিছিল।

তথাপি দূৰ ঠাইৰ খ্যাতনামা আচাৰ্য্যৰ ওচৰলৈ ছোৱালী পঠোৱা ক্ৰমান্বয়ে ব্ৰাহ্মণ উপনিষদ যুগত কমি আহিল। ছোৱালীক ঘৰতে অভিভাৱকে পঢ়াবলৈ ললে। ইয়াৰ ফলত শিকা পাঠ্যৰ পৰিমাণ কমি আহিল। ধৰ্ম্ম সম্বন্ধীয় কথা—যেনে যাগ-যজ্ঞৰ বিধি আদি মুঠ মুঠৈকে শিকাবলৈ ধৰিলে আৰু যিবোৰ ধৰ্ম্মানুষ্ঠান গিৰিয়েক ঘৰত নেথাকিলে আগেয়ে ঘৈণীয়েকে কৰিছিল তাকো আজি কালি অইন মতা মানুহৰ হতুৱাই কৰাবলৈ ধৰিলে। ৰুদ্ৰযাগ সীতা-যাগ আদি কোনো কোনো অনুষ্ঠান এতিয়াও তিৰোতাৰ হাততে থাকিল। উচ্চ পৰিয়ালবোৰত পুৱা সন্ধিয়া এতিয়াও তিৰোতাই বেদ-পাঠ কৰাৰ অভ্যাস পৰিত্যাগ কৰা নাছিল।

খৃঃ পূঃ ৩য় ৪ৰ্থ শতিকালৈকে ছোৱালীৰ ১৫।১৬ বছৰত বিয়া হৈছিল। গৌতম, আপস্তম্ব-আৰু বোধায়ন ধৰ্ম্ম-সূত্ৰত এই

বিষয়ে স্পষ্ট নির্দ্দেশ দিয়া আছে। ক্ষত্রিয়সকলৰ মাজত স্বয়ম্বৰ প্ৰথাৰো প্ৰচলন আছিল। বিশেষ কাৰণত—যেনে গিৰিয়েকৰ দুৰ্ব্যৱহাৰত, তিৰোতাক বিবাহ-চ্ছেদৰ অধিকাৰ দিয়া হৈছিল। সতী প্ৰথা বা বিধবাৰ মুণ্ডন-প্ৰথা (বঙ্গদেশত এতিয়াও আছে) সমাজত এতিয়াও প্ৰবেশ কৰা নাই। এই যুগৰ শেষ ভাগতো ৰাজবংশৰ ছোৱালীক বোধহয় যুদ্ধ আৰু ৰাজ্য-শাসন প্ৰণালীৰ শিক্ষা দিয়া হৈছিল, নহলে চাতবাহন বংশৰ নয়নিকা (খৃ: পূ: ২য় শতিকা), বাকাতক বংশৰ প্ৰভাৱতী গুপ্তা (খৃ: ৪ৰ্থ শতিকা) আৰু চালুক্য বংশ বিজয় ভট্টাৰিকাই (৭ম শতিকা) কেনেকৈ ৰাজ্য চলালে হেঁতেন ৰাজবংশৰ ছোৱালীৰ শাসন পটুতা পৌৰানিক যুগতো দেখিবলৈ পোৱা যায়। কাশ্মীৰৰ ৰাণী যুগন্ধা আৰু দিদ্দা (১০ম শতিকা) আৰু ৰাজপুত ৰমণীসকলেই তাৰ প্ৰমাণ।

প্ৰায় খৃ: পূ: ৫ম শতাব্দীৰ পৰা খৃ: ১৮ শতিকালৈকে এই কাল ডোখৰ ভাৰতীয় তিৰোতাৰ পক্ষে ক্ৰমে ঘনায়মান অন্ধকাৰৰ যুগ। পৃথিবীৰ সভ্যতা আগুৱাই যায় মানে তিৰোতাৰো সামাজিক অৱস্থাৰ পৰিবৰ্ত্তন ঘটে ভালৰ ফাললৈ; কিন্তু ভাৰতত ঘটিল ইয়াৰ থিক বিপৰিতটো। ইয়াৰ কাৰণ? যুদ্ধৰত জাতি যেতিয়া নিজৰ অস্তিত্বৰ কাৰণে জীৱন মৰণ পণ কৰি যুজিব লগীয়া হয়—স্বভাৱতে





তেওঁলোকে সমাজৰ প্ৰায় সকলো কাম তিৰোতাৰ ওপৰত সমৰ্পণ কৰিবলৈ বাধ্য হয়। পুৰুষে তেতিয়া বুজি পায় যে নাৰী পুৰুষৰ ওপৰত বিধাতাৰ অভিশাপ নহয়। আৰ্য্যসকল যুদ্ধত লিপ্ত থকা কালত আৰ্য্য নাৰীয়ে ঘৰৰ যাগ-যজ্ঞ সকলো কাম সমপন্ন কৰিছিল —খেতি-বাতি আৰু পশু-পালনৰ কাম চলাইছিল আৰু আনকি অস্ত্ৰ শস্ত্ৰ তৈয়াৰ কৰাতো পুৰুষক সহায় কৰিছিল। এনে অৱস্থাত সেই সময়ৰ সমাজে কেনেকৈ ভাৱে নাৰী পুৰুষৰ ওপৰত শিপাই উঠা ৰঘুমলা বুলি ?

আধুনিক জগততো ইয়াৰ দৃষ্টান্ত আছে। গণতন্ত্ৰৰ পুৰোহিত গ্ৰেটব্ৰিটেনলৈ চাওক। ১৯১৪ চনৰ জুলাই মাহতো বৃটিছ পাৰ্লেমেণ্টৰ সদস্যসকলে স্ত্ৰী ভোটাধিকাৰ মঞ্জুৰ কৰিবলৈ নাৰাজ। প্ৰথম মহাযুদ্ধৰ পিচত ১৯১৮ চনৰ নবেম্বৰ মাহত সেই পুৰণি পাৰ্লেমেণ্টৰ সদস্য সকলেই সৰ্ব্ব-সম্মতিক্ৰমে স্ত্ৰী ভোটাধিকাৰ বিল গ্ৰহণ কৰিলে। সেই মহাযুদ্ধত গ্ৰেটব্ৰিটেনৰ তিৰোতাই যি বুদ্ধিমত্তা আৰু অসীম সাহসৰ পৰিচয় দিলে—তাকে দেখি সংৰক্ষণ-শীল পুৰুষসকলৰো চকু মেল খালে।

বৈদিক যুগৰ সমাজত তিৰোতাৰ স্থান উন্নত হোৱাৰ আন কাৰণো আছে। এটি প্ৰধান কাৰণ হৈছে অৰ্থনৈতিক। হোমাৰৰ

দিনৰ গ্ৰীচত ( খৃঃ পূঃ ১০০০ ) তিৰোতাৰ সামাজিক মৰ্য্যদা পেৰিক্লিচৰ দিনতকৈ ( খৃঃ পূঃ ৫০০ ) বহুত পৰিমাণে বেচি আছিল; —কাৰণ হোমাৰৰ দিনত গ্ৰীচত দাস প্ৰথাই শিপোৱা নাছিল আৰু ঘৰৰ সকলো কাম তিৰোতাই কৰিছিল। পেৰিক্লিচৰ দিনত ঘৰুৱা কাম কাজৰ বিষয়ত দাসে আহি তিৰোতাৰ ঠাই ললে। কাৰ্য্যকাৰিতাৰ ফালৰ পৰা সমাজত তিৰোতাৰ মূল্য কমি গ'ল আৰু আন হাতে তিৰোতা হৈ উঠিল বিলাসী। তেওঁলোক সমাজৰ চকুৰ ছল হৈ পৰিল।

বৈদিক যুগৰ বিধবাৰ অৱস্থা আজিৰ দিনৰ বিধবাৰ অৱস্থাৰ লগত তুলনাই কৰিব নোৱাৰি। সেইদিনত বিধবাক পুনৰ বিয়া কৰাবলৈ সমাজে নানা প্ৰকাৰে উদগাইছিল। বিজেতা আৰ্য্যই বিচাৰিছিল সবল সুস্থ যুজাৰু লৰাৰ দল। আধুনিক জগতত— হিটলাৰ মুছোলিনিৰ লৰা-সন্তানৰ সংখ্যা বঢ়োৱাৰ চেষ্টাৰ গুৰিতো সেই একে প্ৰেৰণাই ইন্দন যোগাইছিল। ধৰ্ম্মৰ ফালৰ পৰা চালেও পাৰিপাৰ্শ্বিক অৱস্থা এই সময়ত তিৰোতাৰ অনুকুলেহে থকা দেখা যায়। এই যুগত সন্ন্যাস ধৰ্ম্ম সমাজৰ আদৰণীয় অনুষ্ঠান নাছিল। আবিয়ৈ মতা-তিৰোতাই পূজা-সেৱা যাগ-যজ্ঞ কৰিব নোৱাৰিছিল। শতপথ ব্ৰাহ্মণৰ মতে অপত্নীকে যজ্ঞ কৰিব নোৱাৰে[১]। কোনো কোনো যজ্ঞত-যেনে অশ্বমেধত, ঘৈণীয়েকৰ উপস্থিতি অপৰিহাৰ্য্য আছিল সেয়ে ৰামেও সোণৰ সীতা গঢ়িব লগাত পৰিছিল।

১—অথাজ্ঞিয়ো বা এষঃ যো পত্নীকঃ। শঃ প্ৰাঃ v' 1. 6. 10





মহাভাৰত আৰু পুৰাণৰ যুগত তিৰোতাৰ অৱস্থা ক্ৰমে নিম্নতৰ স্তৰলৈ আহিল। অকল দাস প্ৰথাৰ প্ৰবৰ্ত্তনেই তিৰোতাৰ এই দুৰ্ভাগ্যৰ কাৰণ নহয়। মহাভাৰতৰ যুগত আৰ্য্যসকল প্ৰায় গোটেই ভাৰততে বিয়পি পৰিছিল। দেশৰ নানান ঠাইত আৰ্য্য— অনাৰ্য্যই ওচৰ চুবুৰীয়া হিচাবে বসতি কৰিবলৈ ধৰিলে। ঘনিষ্ঠতা বঢ়াৰ লগে লগে আৰ্য্যসকলৰ অনেকে অনাৰ্য্যসকলৰ ছোৱালী বিয়া কৰাবলৈ আৰম্ভ কৰিলে। অৰ্জ্জুনে নাগকন্যা উলুপী, ভীমে হিড়িম্বা, আৰু অগস্ত্যই চণ্ডালিনী বিয়া কৰাইছিল। ঐতৰেয় ব্ৰাহ্মণৰ প্ৰসিদ্ধ কবচ ঋষি এজনী দাসীৰ পুতেক আছিল। কাদম্বৰীৰ গ্ৰন্থকাৰ বাণভট্টৰ মাহীমাক আছিল শূদ্ৰ তিৰোতা। পুৰণি ধৰ্ম্ম শাস্ত্ৰৰ লিখক সকলেও আৰ্য্যই অনাৰ্য্য তিৰোতা বিয়া কৰোৱাত আপত্তি কৰা নাছিল—দিহে তেওঁৰ আৰ্য্য তিৰোতা এগৰাকীও থাকে। অথচ মনুৰ দিনত এই অবস্থাৰ সম্পূৰ্ণ পৰিবৰ্ত্তন ঘটিল। কোনো অৱস্থাতে ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ক[২] মনুৱে শূদ্ৰ তিৰোতা গ্ৰহণ ক'ৰবলৈ অনুমতি নিদিয়ে। অনাৰ্য্য তিৰোতা স্বাভাৱিকতে সংস্কৃত অনভিজ্ঞ আছিল আৰু বৈদিক সংস্কাৰ সমুলি নেজানিছিল—অথচ অনেক ক্ষেত্ৰত তেওঁৱেই আছিল স্বামীৰ সুৱগী ভাৰ্য্যা, যাগ-যজ্ঞতো হয়তো তেওঁকেই ওচৰত বহুৱাব

২—ন ব্ৰহ্মণ ক্ষত্ৰিয়য়ো ৰাপদ্যপি হি তিষ্ঠতোঃ।
কশ্চিংস্মদপি বৃত্তান্তে শূদ্ৰা ভাৰ্য্যাপদিশ্যতে॥ মনু 111, 14

খোজে। বৈদিক উচ্চাৰণত যেতিয়া আঁৰ লাগে—সংস্কৃত যেতিয়া মুখেৰে ফুটি নোলায় ৰক্ষণশীল পুৰোহিতসকলে প্ৰমাদ গণিলে, ভাবিলে, হয় অনাৰ্য্য তিৰোতাক যজ্ঞাধিকাৰৰ পৰা বঞ্চিত কৰিব লাগিব নতুবা এই তিৰোতাৰ হাততেই আৰ্য্যৰ শ্ৰেষ্ঠ সম্পত্তি বৈদিক সাহিত্য ধ্বংস হব। তৃতীয় পন্থা সম্ভৱপৰ নহয়—কাৰণ তেতিয়াও লিখাৰ কৌশল ভাৰতত আবিষ্কাৰ হোৱা নাই আৰু প্ৰায় খৃঃ পুঃ ৮ম শতিকাত যেতিয়া লিখাৰ প্ৰণালী আবিষ্কাৰ হ'ল,—বেদ লিপিবদ্ধ কৰাটো মহাপাপ বুলি ধৰি লোৱা হ'ল, কাৰণ আৰ্য্যৰ বিশ্বাস, বেদ অপৌৰুষেয়—ঈশ্বৰৰ বাণীক কাগজ-কলমত আবদ্ধ কৰিলে তাৰ পৱিত্ৰতা নষ্ট হয়। কেবাজনো ধৰ্ম্ম শাস্ত্ৰ প্ৰণেতাই ধৰ্ম্মানুষ্ঠানত অনাৰ্য্য-তিৰোতাৰ সহযোগ মানা কৰিছে। অৱশ্যে আনন্দ-উপভোগৰ বাবে আৰ্য্যই-অনাৰ্য্য তিৰোতাক বিয়া কৰোতে তেওঁলোকৰ কোনো আপত্তি নাই। এই মতাবলম্বী শাস্ত্ৰকাৰৰ ভিতৰত বশিষ্ঠ[1] আৰু বিষ্ণু[2] প্ৰধান। অনাৰ্য্য তিৰোতা বিয়া কৰোৱাত ক্ষত্ৰিয়সকলেই বেচি অগ্ৰণী আছিল। অনাৰ্য্য পত্নীৰ প্ৰেমত অন্ধ, সপোনত মদোন্মত্ত ৰজাক শাস্ত্ৰকাৰৰ নিষেধ বাণীয়ে বাধা দিয়ে কেনেকৈ? তেওঁ বিচাৰে তেওঁৰ অনাৰ্য্য পত্নীকেই যজ্ঞ-কাৰ্য্যত

১— কৃষ্ণবৰ্ণা যা ৰামা ৰমনায়ৈৱ নধৰ্মায়। বশিষ্ঠ ধঃ সূঃ XVIII, 17,

২—দ্বিগস্য শূদ্ৰভাৰ্য্যা তু ধৰ্মাৰ্থং ন ক্বচিদ্ ভবেৎ।
ৰত্যৰ্থমেব সা তস্যৰা গান্ধস্য প্ৰকীৰ্ত্তিতা॥ বিষ্ণু স্মৃতি, chap 26.





সহ-ধৰ্ম্মিণী কৰিবলৈ। এই কথালৈ ঘৰতো আৰ্য্য আৰু অনাৰ্য্য পত্নীৰ কন্দল হোৱাটো স্বাভাৱিক। সকলো সমস্যাৰে সমাধান হয় যদিহে সকলো তিৰোতাকে ধৰ্ম্মানুষ্ঠানৰপৰা বাদ দিয়া হয়, আৰু অৱশেষত সেয়ে স্থিৰ হ'ল। এই মতৰ প্ৰথম পৰিপোষক হৈছে "ঐতিশায়ণ" (খৃঃ পূঃ ২০০ )।

আনহাতে যাগ-যজ্ঞবোৰ ক্ৰমান্বয়ে অতি জটিল অনুষ্ঠানত পৰিণত হ'ল গৈ। কিছুমান যজ্ঞ একেৰাহে কেবাদিনো চলি থাকে;—তাৰ আটাইবোৰ কাম নিখুঁত ভাবে কৰিবলৈ হ'লে বিশেষজ্ঞৰ আৱশ্যক। আগৰ যজ্ঞ আছিল সৰল আৰু তাত সকলোৰে অসীম বিশ্বাস আছিল – এতিয়াৰ যজ্ঞ হৈ পৰিল নানা বিধি-ব্যৱস্থাৰে ভৰপূৰ, এটি গতানুগতিক অনুষ্ঠান। তাত প্ৰাণ নাই অথচ তাৰ প্ৰতিটি অঙ্গ নিখুঁত ভাবে সম্পন্ন হব লাগিব। এই ধৰণৰ যাগ-যজ্ঞত তিৰোতাৰ স্থান ক'ত? তেওঁলোকৰ সময়ৰো অভাৱ। এনেকুৱা জটিল অনুষ্ঠানৰ বিধি আয়ত্ত কৰিবলৈ কেবাবছৰো শিক্ষাৰ আৱশ্যক। ষোল বছৰ বয়সত ছোৱালীৰ বিয়া হলে তাৰ আগতেই তেওঁলোকে এই সকলোবোৰ বিধি ভাল দৰে অধ্যয়ন কৰা অসম্ভৱ। নিত্য-কৰ্ম্মত ব্যৱহাৰ হোৱা বেদ-স্তোত্ৰ আদি শিকোৱাতেই ছোৱালীৰ শিক্ষা আবদ্ধ হ'ল।

ক্রমান্বয়ে সমাজতো উঠিল নতুন ঢৌ। সমাজৰ এছোৱাই বিচাৰিলে যে ছোৱালীৰ বিয়া আৰু কম বয়সতে হব লাগে। আৰ্য্য-সভ্যতা আৰু শাসন ভাৰতত দৃঢ় ভাৱে স্থাপন হ'লত আৰ্য্য সকল হৈ উঠিল স্বভাৱতে বিলাসী, আমোদ-প্ৰমোদ প্ৰিয় আৰু সহজ জীৱন যাপন কৰাৰ পক্ষপাতী। বৌদ্ধ ধৰ্ম্ম প্ৰচাৰ হ'লত হিন্দু ধৰ্ম্মৰ নেতাসকলৰ আগত নতুন সমস্যাই দেখা দিলে। দলে দলে ডেকালোকে বিয়া বিহু-বাদ দি বৌদ্ধ সঙ্ঘত সোমাল আশ্ৰম ধৰ্ম্মমতে জীৱনক চাৰি ছোৱাত ভাগ কৰি শেষৰ দুছোৱা–তহে বানপ্ৰস্থ, আৰু সন্যাস গ্ৰহণ কৰাৰ যি বিধি প্ৰচলিত আছিল বৌদ্ধ ধৰ্ম্মই হানিলে তাৰ ওপৰত বজ্ৰঘাত। হিন্দু সমাজৰ নেতাৰ মনত আতঙ্কৰ সৃষ্টি হল—হয়তো বা হিন্দু ধৰ্ম্ম লোপেই পায়! এতিয়া উপায়? বাল্য-বিবাহ? এৰা এয়েই একমাত্ৰ উপায়। কম বয়সতে লৰা ছোৱালীক মায়াৰ ডোলত সাঙুৰি দিয়া, ডেকা কালত এয়েই হৈ উঠিব সিহঁতৰ এৰাব নোৱাৰা নাগপাশ। হিন্দু-নেতাসকলে তাকেই স্থিৰ কৰিলে। সমাজত নতুন মতবাদৰ প্ৰচাৰ হ'ল—মানুহ জন্মিয়েই তিনটা ঋণত আবদ্ধ হয়—ঋষি-ঋণ, পিতৃ-ঋণ আৰু দেৱ-ঋণ। জীৱনত তাক পৰিশোধ কৰিব লাগিব—অধ্যয়ণ, সন্তান উৎপাদন আৰু যাগ-যজ্ঞ কৰি। বিয়া বাৰু কৰাই





লৰা সন্তান জন্ম দিব নোৱাৰিলে পিতৃ-পুৰুষক পিণ্ড দিব কোনে? পিণ্ড নিদিলে যে পূৰ্ব্ব-পুৰুষ নৰকত পৰে?

বাল্য-বিবাহেই স্ত্ৰী-শিক্ষাৰ মূলত কুঠাৰাঘাত কৰিলে এই কথা নিঃসন্দেহে কব পাৰি। আজিৰ দিনত এই কথা ভালদৰে প্ৰমাণিত হৈছে। যিমানেই স্ত্ৰী-শিক্ষাৰ প্ৰচাৰ বাঢ়িছে সিমানেই ছোৱালাৰ বিয়াৰ দিন পিছুৱাই গৈছে। মহাভাৰত-পৌৰাণিক যুগত বাল্য-বিবাহৰ প্ৰচলন আৰম্ভ হলত ছোৱালীৰ উপ-নয়ন প্ৰথমে বাদ পৰিল। ধৰি লোৱা হ'ল যে বিয়াই ছোৱালীৰ একমাত্ৰ সংস্কাৰ। উপনয়ন বাদ দিয়াৰ লগে লগে স্ত্ৰী-শিক্ষাৰো অন্ত পৰিল। মাথোন ধনী আৰু সম্ভ্ৰান্ত পৰিয়ালতে গৈ স্ত্ৰী-শিক্ষা আৱদ্ধ হ'ল গৈ। খৃঃ ৫ম শতাব্দীত ছোৱালীৰ বিয়াৰ আদৰ্শ বয়স হ'ল ৯।১০ বছৰ, ১২ বছৰৰ পিছত হবই নোৱাৰে। ক্ষত্ৰিয়সকল অৱশ্যে এই নিয়মৰ বাহিৰ আছিল। বিয়াৰ বয়স যেতিয়া ইমান তললৈ নামিল, শিক্ষা যেতিয়া ছোৱালীৰ অধিকাৰৰ বাহিৰ হল—দৰা-নিৰ্ব্বাচনত যে ছোৱালীৰ কোনো হাত নাথাকিব ই অতি স্বাভাৱিক। অকল ক্ষত্ৰিয় পৰিয়ালত এতিয়াও স্বয়ম্বৰ প্ৰথা কম-বেচি পৰিমাণে চলিবলৈ ধৰিলে।

বৈবাহিক জীৱনত অনেক ক্ষেত্ৰতে তিৰোতাৰ সুখ-স্বাচ্ছন্দ্য নোহোৱা হ'ল। অশিক্ষিতা, কম বয়সীয়া ঘৈণীয়েকক স্বামীয়ে অশ্ৰদ্ধাৰ

চকুৰে চোৱা হ'ল। স্মৃতি লিখকসকলে তিৰোতাৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিলে। স্মৃতিয়ে নির্দ্দেশ দিলে হেজাৰ দোষেৰে কলুষিত হলেও স্বামী তিৰোতাৰ পৰম দেৱতা। তথাপি খৃষ্টীয় ১ম-২য় শতিকাতো বিধবা বিবাহৰ প্রচলন আছিল, কিন্তু নিয়োগ প্রথাৰ বিৰুদ্ধে আন্দোলন চলিবলৈ ধৰিলে। মনুৱে ইয়াক পশু-ধর্ম্ম বুলিছে। অৱশ্যে আধুনিক নৈতিকতাৰ মাপ কাঠিৰে জুখিলেও নিয়োগ প্রথাক কোনো ৰকমে সমর্থন কৰিব নোৱাৰি। স্বামীৰ দুর্ব্যৱহাৰত আৰু ভৰণ পোষণৰ অনাদায়ত তিৰোতাই বিবাহ-ছেদৰ যি অধিকাৰ আগেয়ে পাইছিল—এতিয়া তাক সম্পূর্ণৰূপে কাঢ়িলোৱা হল।

খৃঃ ৮ম আৰু ৯ম শতিকাত বৈষ্ণৱ ধর্ম্মৰ অভ্যুদয় হয় আৰু উপনিষদ, বৌদ্ধ আৰু জৈনধর্ম্মৰ আদর্শই বৈষ্ণৱ সন্ত-সকলৰ শিক্ষাৰ মাজেৰে এটি নতুন ৰূপ ললে, ভোগতকৈ ত্যাগেই শ্রেয়ঃ— এই আদর্শই যেতিয়া সমাজত পুনৰ প্রৱল হ'ল বিধৱাই পুনৰ বিয়া কৰোৱাটো মানুহৰ মনত প্রতিক্রিয়াশীল আৰু ধর্ম্মদ্বেষী কাম বুলি পৰিচিত হ'ল। ত্যাগৰ আদর্শ অতি উচ্চ সঁচা,—কিন্তু এই আদর্শই হিন্দু-বিধবাৰ পৰা চৰম ত্যাগ বিচাৰিলে—জীৱন্তে স্বামীৰ চিতাত সহ-মৰণ বৰণ কৰা। বাল্য-বিবাহৰ প্রচলনৰ কাৰণে, বাল-বিধবাৰ সংখ্যাও সমাজত বাঢ়িবলৈ ধৰিলে। শিক্ষা নাই, পুনৰ বিবাহ নিষেধ; উপার্জ্জনৰ কোনো উপায় নাই,—স্বামীৰ সম্পত্তিত বিধবাৰ এতিয়াও





অধিকাৰ জন্মা নাই—জীৱনত সুখ শান্তি নাই; মূৰ খুৰাই সন্যাসিনীৰ বেশ ধৰি আমৰণ কোনো দিনে নেদেখা স্বামীৰ কাল্পনিক স্মৃতিক সাৱোগত কৰি ব্রহ্মচর্য্য অবলম্বন কৰাৰ দৰে অবাস্তৱ আদর্শ কেইজনে মানি চলিব পাৰে? এই অৱস্থাত বহুত বিধবাই স্ব—ইচ্ছাতে সহ-মৰণ পছন্দ কৰাটো মুঠেই আশ্চর্য্যৰ কথা নহয়। তাৰ লগতে সতীৰ বাবে সমাজৰ উচ্চ প্রশংসা!

এই অমানুষিক অত্যাচাৰৰ পৰিবর্ত্তে সমাজে মাথোন এটা সান্ত্বনা বিধবাক দিবলৈ আগ বাঢ়িল—স্বামীৰ সম্পত্তিত অধিকাৰ। বৃহস্পতি, যাজ্ঞ-বল্ক্য আৰু নাৰদ আদি স্মৃতিয়ে বিধবাৰ এই স্বত্বৰ সপক্ষে দৃঢ় মত প্রকাশ কৰিবলৈ ধৰিলে। খৃঃ ১২ শ শতাব্দীত গোটেই ভাৰতত বিধবাৰ এই স্বত্ব সাব্যস্ত হ'ল। বঙ্গদেশ আৰু আসামত, স্বামী মূল পৰিয়ালৰ পৰা পৃথক নহলেও—বিধবাৰ স্বামীৰ সম্পত্তিত অধিকাৰ সমাজে মানি ললে (দায় ভাগ স্মৃতি)। কিন্তু ভাৰতৰ বাকী অংশত স্বামী পৃথক নহলে বিধবাৰ এই স্বত্ব-মানি লোৱা নহল। (মিতাক্ষৰা) এই অন্যায়ৰ সংশোধন কৰা হ'ল ১৯৩৭ চনৰ দেশমুখ বিলৰ দ্বাৰাহে। পৌৰাণিক যুগতো ধনী পৰিয়ালবোৰত ছোৱালীক ঘৰতে অলপ অচৰপ শিক্ষা দিয়া হৈছিল কিন্তু তেওঁলোকৰ সংখ্যা বৰ কম। ইংৰাজ ভাৰতলৈ অহা সময়ত দেৱদাসী সম্প্রদায়ত বাহিৰে লিখিব পঢ়িব পৰা

তিৰোতা একেবাৰেই নোহোৱা হৈছিল। স্ত্রী-শিক্ষাৰ বিৰুদ্ধে ভদ্ৰ-সমাজৰ ধাৰণা ইমানে বিকৃত হৈছিল গৈ যে যি ঘৰৰ তিৰোতা যিমানে অশিক্ষিত সেই পৰিয়াল সিমানে সম্ভ্রান্ত বুলি পৰিগণিত হৈছিল। সমাজৰ কি অদ্ভুত পৰিবৰ্ত্তন!

মধ্যযুগত ইউৰোপৰ খৃষ্টিয়ান ধৰ্ম্মযাজক সকলে ঘোষণা কৰিলে যে যেনেকৈ যীশুখৃষ্টই খৃষ্টিয়ান ধৰ্ম্মৰ সৰ্ব্বেসৰ্ব্বা—স্বামীও সেইদৰে তিৰোতাৰ অধিকাৰী। আমাৰ দেশৰ সম-সাময়িক স্মৃতি-শাস্ত্ৰকাৰ সকলেও একেটি সুৰকে বজালে। এই সময়ত ভাৰতৰ ৰাজপৰিবাৰ সমূহত বহু-বিবাহৰ প্ৰচলন আছিল আৰু সম্ভ্রান্ত পৰিয়ালবোৰে তাৰে অনুকৰণ কৰিবলৈ ধৰিলে। বহু-বিবাহৰ ফলত অনেক এলাগী তিৰোতাই স্বামীৰ ঘৰত অবৈতনিক দাসীৰ দৰে জীৱন কটাব লগীয়াত পৰিছিল তথাপিতো সমাজে তেওঁলোকক বিবাহ-ছেদৰ অধিকাৰ নিদিলে।

স্ত্ৰী-শিক্ষা আৰু স্ত্ৰীৰ বিবাহ-ছেদ সম্পৰ্কে হিন্দু সমাজৰ মজ্জাগত বিপৰীত মনোবৃত্তি এতিয়া ক্ৰমান্বয়ে আতৰিব ধৰিছে সঁচা, কিন্তু বিধবা-বিবাহৰ বিপক্ষে সি এতিয়াও হিমালয়ৰ দৰে অচল-অটল। বিধবা বিবাহ-বিল ইং ১৮৫৬ চনতেই আইনত পৰিণত হল কিন্তু মহাৰাষ্ট্ৰত বাহিৰে আন কোনো প্ৰদেশতে উল্লেখযোগ্য হিচাবে এতিয়াও বিধবা-বিবাহৰ সপক্ষে আন্দোলন





হোৱা নাই। খৃঃ ১২শ শতিকাৰ পৰা বিধবাৰ স্বামীৰ সম্পত্তিত অধিকাৰ মানি লোৱা হল সচঁা কিন্তু সি সম্পূৰ্ণ অধিকাৰ নহয়; সেই সম্পত্তি বিক্ৰি বা হস্তান্তৰ কৰিবৰ ক্ষমতা তেওঁক দিয়া নহল আনহাতে সেই সম্পত্তিৰ লোভত কোনো কোনো ঠাইত—বিশেষকৈ বঙ্গদেত—বিধবাৰ সম্পত্তি দাবী কৰব পৰা পুৰুষে, তেওঁৰ ইচ্ছাৰ বিৰুদ্ধেও স্বামীৰ চিতাত জোৰ কৰি নি বান্ধি জুই লগাই দিছিল। বিধবাৰ করুণ আৰ্ত্তনাদ তাতোকৈও করুণ হৰিসংকীৰ্ত্তনৰ মধুৰ নামৰ শব্দত বিলীন হৈ গৈছিল। ইং ১৮২৯ চনৰ লৰ্ড উইলিয়ম বেণ্টিকে সতী নিষেধ আইন ৰচনা কৰে।

অনুমান ত্ৰয়োদশ শতিকাত মুছলমান শাসকসকলৰ অন্তঃপুৰৰ পৰা হিন্দু ৰজাসকলৰ পৰিয়াললৈ এটি নতুন বস্তুৰ আমদানী হল — পৰ্দ্দা প্ৰথা। হিন্দু ৰজাৰ ঘৰৰ পৰা ই সোনকালে সকলো ভদ্ৰ পৰিয়ালতে সোমালগৈ। সম্ভ্ৰম ৰক্ষা কৰিব খোজা সকলো তিৰোতাই তাক অতি সোনকালে অনুকৰণ কৰাটো স্বাভাৱিক। হিন্দু সমাজত এই যুগত এফাকি কথাৰ বৰ আদৰ হৈছিল — "লজ্জাই নাৰীৰ আভৰণ"। সেয়ে গুচি হ'ল গৈ যেনিবা "পৰ্দ্দাই নাৰীৰ আভৰণ"। ইতিহাসৰ খাতিৰত এটি কথা কিন্তু স্বীকাৰ কৰিবই লাগিব। এই সময়ৰ ভাৰতত জীৱন আৰু সম্পত্তিৰ কোনো স্থিৰতা নাছিল। মুছলমান বিজেতাসকলৰ ভিতৰতেই বাৰে বাৰে শাসকৰ পৰিৱৰ্ত্তন ঘটিছিল। এটি শাসক

পৰিয়ালৰ ঠাইত আন এটি পৰিয়াল দ্ৰুতবেগে আহি শাসন-দণ্ড হাতত লৈছিল। এতেকে দায়ীত্ব জ্ঞানহীন সৈন্যসকলৰ হাতত অনেক তিৰোতাৰ সন্মান হানি হৈছিল। এনে অৱস্থাত পৰ্দ্দা জানো তিৰোতাৰ নিৰাপত্তাৰ সহায়ক নহয়? তাকেই অন্ততঃ তেওঁলোকে সহায়-সাৰথি কৰি লোৱাটো স্বাভাৱিক।

হিন্দু তিৰোতাৰ বিষৰ পিয়লা কিন্তু পৰিপূৰ্ণ হ'ল সিদিনা যিদিনা কাপুৰুষ মতাৰ হাতৰ পৰা বিজেতাই কাঢ়িলৈ যোৱা হিন্দু তিৰোতাক হিন্দু সমাজে পুনৰ গ্ৰহণ কৰিবলৈ অমান্তি হ'ল। এই কথা দশম শতাব্দীৰ ঐতিহাসিক সত্য।[১] হিন্দু-সমাজৰ এই মুৰ্খামি আৰু অদূৰদৰ্শিতাত মুছলমান ঐতিহাসিক আৰু পণ্ডিত আলবেৰুণিয়ে[২] আশ্চৰ্য্য প্ৰকাশ কৰিছে। তেওঁ স্পষ্ট অভিমত প্ৰকাশ কৰিছে যে এই ৰক্ষণশীলতাৰ দ্বাৰা হিন্দু-সমাজে আত্মহত্যা কৰিছে অথচ সম-সাময়িক হিন্দু-সমাজে ইয়াকে লৈ আত্ম-প্ৰসাদ লাভ কৰিলে যে অসীম বুদ্ধিমত্তাৰে তেওঁলোকে বিষম পৰিস্থিতিতো[৩] হিন্দু-ধৰ্ম্মক ৰক্ষা কৰিলে। ৯ম শতাব্দীৰ দেৱল স্মৃতিয়ে দ্বিধাহীন

১- Elliot and Dowson. vol. 1.
২—Alberuni--"India"
৩— দেৱল স্মৃতি— 50, 2.





ভাবে নিৰ্দ্দেশ দিছে যে বিজেতাই কাঢ়ি লোৱা তিৰোতাক সাধাৰণ প্ৰায়শ্চিত্তৰ পিচত সমাজে গ্ৰহণ কৰা উচিত। বশিষ্ঠ অত্ৰি-স্মৃতি[৫] পৰাশৰ-স্মৃতি,[৬] আৰু মৎস্য-পুৰাণবো[৭] সেই একেমত। তাৰ এশ বছৰৰ পিচতে হিন্দু সমাজে স্মৃতিৰ এই উদাৰ উপদেশ দলিয়াই পেলালে।

পৌৰাণিক যুগৰ এটি কথা মন কৰিব লগীয়া। আমি জানো—এই যুগত তিৰোতাক শিক্ষাৰ পৰা সমূলি বঞ্চিত কৰা হ'ল, ছোৱালীৰ বিয়াৰ বয়স কমাই নি আঠ, দহ বছৰত পেলোৱা হ'ল গৈ, ছোৱালীৰ উপনয়ন সংস্কাৰ উঠাই দিয়া হ'ল, বেদমন্ত্ৰৰ ব্যৱহাৰ হ'ল তিৰোতাৰ কাৰণে নিষিদ্ধ বস্তু। এই সময়ৰ স্মৃতিয়ে কলে যে শূদ্ৰ আৰু তিৰোতাৰ কোনো পাৰ্থক্য নাই। তেনে-স্থলতো এইটো এটা আচৰিত কথা নহয় নে সৰ্ব্ব-সাধাৰণ হিন্দু-তিৰোতায়ো হিন্দু-ধৰ্ম্ম আৰু সংস্কৃতিৰ আটাইবোৰ মূল কথাকে জানে? এইটো কেনেকৈ সম্ভৱপৰ হ'ল? পুৰাণত আন দোষ যিমানেই নেথাকক—ই যে হিন্দু-ধৰ্ম্মৰ আধুনিক সংস্কৰণৰ ভাষ্যকাৰ

৪—বঃ ধঃ সূঃ— স্বয়ং বিপ্ৰতিপন্না বা যদি বা বিপ্ৰবাসিতা।
বলাৎকাৰোপাভুক্তা বা চোৰহস্ত গতাপি বা॥
ন ত্যাজ্যা দূষিতা নাৰী নাস্যাস্ত্যাগো বিধীয়তে।
পুষ্পকালমুপাসীত ঋতু কালেন শুধ্যতি ॥ xxvııı,2-3
৫—অত্ৰি—v,35; ৬—পৰাশৰ ×, 26—27; ৭—মৎস্যপুঃ 227,126.

তাক অস্বীকাৰ কৰিবৰ উপায় নাই। মধ্যযুগত পুৰাণেই বেদৰ ঠাই অধিকাৰ কৰিলে আৰু প্ৰতিটি হিন্দু-মন্দিৰতেই পুৰাণ-পাঠকৰ দ্বাৰা নিয়মিত ভাৱে পুৰাণ পাঠ কৰা হৈছিল। জন-সাধাৰণক-বিশেষকৈ তিৰোতাক হিন্দু-ধৰ্ম্মৰ পাঠ-শিকোৱাৰ এয়েই আছিল এক-মাত্ৰ উপায়। মধ্যযুগৰ শেষ ভাগত বৈষ্ণৱ-সংস্কাৰকসকলে পুৰাণৰ সাৰমৰ্ম্ম প্ৰাদেশিক ভাষাবোৰলৈ অনুবাদ কৰিলত ই সৰ্ব্ব-সাধাৰণৰ আৰো সুলভ হৈ পৰিল।

মধ্যযুগৰ পৰা বৰ্ত্তমানলৈ যদি আমাৰ দৃষ্টিপট সলনি কৰোঁ, তেন্তে নাৰী জগতত এটি পৰিবৰ্ত্তন দেখিবলৈ পাওঁ। কোনে আনিলে এই পৰিবৰ্ত্তন? সন্দেহ নাই প্ৰাচ্য সভ্যতাৰ লগত পাশ্চাত্য-সভ্যতাৰ সজ্ঘৰ্ষই ইয়াৰ কাৰণে বহুল পৰিমাণে দায়ী; কিন্তু ই আংশিক সত্যহে, সম্পূৰ্ণ সত্য নহয়। সিদিনালৈকে মাথোন পাশ্চাত্য জগততো তিৰোতাৰ স্থান উচ্চ নাছিল। প্ৰাচীন গ্ৰীক দাৰ্শনিক চক্ৰেটীচে[১] কৈছিল "তিৰোতাই সকলো আপদৰ মূল। পুৰুষৰ ঘৃণাতকৈও নাৰীৰ প্ৰেম বেচি ভয়ানক। যি হতভগা ডেকা-সকলে তিৰোতাৰে সৈতে বিয়াৰ সাঙুৰত সোমায় তেওঁলোক বৰশীত আটক হবলৈ যোৱা মাছ হে"। ৰোমদেশীয় আইনৰ চকুত তিৰোতা, স্বামীৰ জীয়েক (আইন-সম্বন্ধীয় কথাত)।

১—"Woman is the source of all evil; her love is to be dreaded more than the hatred of man; the poor young men who seek women in matrimony are like fish who go to meet the hook."





১৭ শতিকাৰ ইংলণ্ডৰ গণতান্ত্ৰিক আন্দোলনৰ মুখপাত্ৰ জন-মিল্টনৰ[২] মতে তিৰোতা সদায় মতাৰ অনুগামী হব লাগে। তেওঁৰ ইভে, আদামক কৈছে:—

"হে মোৰ স্ৰষ্টা আৰু পৰিচালক—তুমি যি আদেশ দিয়া মই তাক বিনা তৰ্কে মানি ল'ম। এয়েই ঈশ্বৰৰ বিধান; ঈশ্বৰেই তোমাৰ বিধি আৰু তুমি মোৰ; ইয়াতকৈ একো বেচি নজনাটোৱেই নাৰীৰ শ্ৰেষ্ঠ সুখৰ বাতৰি,—তেওঁৰ চৰম প্ৰশংসা"।

ৰুছোৰ[৩] দৰে বিপ্লৱিয়েও তিৰোতাৰ বিষয়ে এইদৰেহে কৈছে "ছোৱালীক কম বয়সতে শাসনৰ বশীভূত কৰিব লাগে। এই দুৰ্ভাগ্য—যদি তাক সঁচাকৈয়ে সেই আখ্যা দিব পাৰি—তেওঁলোকৰ জাতিৰ পৰা দুশ্ছেদ্য"। ১৮ শতিকাৰ বিদুষী আৰু প্ৰচাৰিকা হানা মুৰে[৪] (Hannah Moore) কৈছে যে ছোৱালীক নিজৰ বিচাৰ বুদ্ধিক সন্দেহ কৰিবলৈ শিকাব লাগে; গালি-শপনি খায়ো তেওঁ-লোকে প্ৰতিবাদ কৰা অনুচিত……ইত্যাদি।

২—My Author and Disposer, what thou bidst,
unargued I obey, So god ordains;
God is thy law, thou mine, to know no more
Is woman's happiest knowledge and her praise"

৩—Girls should be early subjected to restraint This misfortune, if it is really one, is inseparable from their sex

৪—Davies—"A short History of women" p. 357

১৭৮৯ চনৰ ফৰাচী বিপ্লৱে ইয়াৰ উদ্দেশ্য ঘোষণা কৰিছিল স্বাধিকাৰ সমানাধিকাৰ আৰু বিশ্ব-ভ্ৰাতৃত্ব বুলি; কিন্তু ফৰাচী জাতীয় সভাই (French National Assembly) তিৰোতাক ইমান ঘিণ চকুৰে চাইছিল যে তেওঁলোকৰ আবেদন পৰ্য্যন্ত পঢ়ি চাবলৈ অসন্মত হ'ল।

১৮৪০ খৃঃ ত লণ্ডন নগৰত যেতিয়া "দাসত্ব বিৰোধী মহাসভা' (Anti slavery congress) বহে, আমেৰিকাৰ পৰা অহা মহিলা সদস্য কেগৰাকীৰ তাত সোমাব দিবলৈ গণতান্ত্ৰিক ইংৰাজ সদস্যসকলে ঘোৰ আপত্তি কৰিলে কাৰণ এনে আপচু কথা ঈশ্বৰৰ আদেশৰ বিৰোধী।

ইং ১৮৮৮ চনলৈ ইংলণ্ডত তিৰোতাক চিকিৎসা শাস্ত্ৰ পঢ়িবলৈ দিয়া নহৈছিল। অক্সফোৰ্ড বিশ্ববিদ্যালয়ত ছোৱালীয়ে পঢ়িব পাৰিছিল যদিও, ১৯২০ চনলৈ তেওঁলোকক বিশ্ববিদ্যালয়ৰ কোনো উপাধি দিয়া নহৈছিল। কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত তিৰোতাক ভোটাধিকাৰ এতিয়াও দিয়া হোৱা নাই।

পাশ্চাত্যে চীনদেশৰ ধৰ্ম্মপ্ৰবৰ্ত্তক কনফিউচিয়াচৰ[১] (Confucius) মতেও তিৰোতা সদায় পৰাধীন আৰু তেওঁ শহুৰেক আৰু স্বামীৰ প্ৰতি ভক্তি পৰায়ণা হোৱা উচিত।"

১—"Woman is always dependent and owes due homage to her father in-law and husband"





ভাৰতত প্ৰকৃততে প্ৰথম নাৰী জাগৰণ আনিলে ১৯২০—২১ চনৰ অসহযোগ আন্দোলনে। স্বাধীনতাৰ মন্ত্ৰেৰে দীক্ষিত তিৰোতাই যেতিয়া হেজাৰ বছৰৰ বন্ধন-স্বৰূপ মূৰৰ পৰ্দ্দা দলিয়াই দি দলে দলে ওলাই আহি নিৰ্ভীক ভাৱে নগৰৰ মাজেদি শোভা-যাত্ৰা কৰিবলৈ ধৰিলে, আদালতত হাকিম-উকীলসকলক পিকেটিং কৰিবলৈ আৰম্ভ কৰিলে, পুলিচৰ লাঠি আৰু গুলিকো তুচ্ছজ্ঞান কৰিবলৈ শিকিলে,—ৰক্ষণশীল হিন্দুসকলৰ চুলিৰ আগেৰে জীউ গ'ল;—তেওঁলোকে ভাবিলে সচাঁকৈয়ে হয়তো কল্কি-অৱতাৰ হবলৈ আৰু বেচি দিন নাই; কিন্তু নদীৰ ভেটা এবাৰ ভাঙ্গিলে তাক বাধা দিয়া সাধ্যকাৰ? সেইদিনৰ পৰা আৰম্ভ কৰি আজিলৈকে হিন্দু-সমাজত তিৰোতাৰ স্থান ইমান উধাইছে—ভাবিলে আচৰিত হব লাগে। ভাৰতীয় ৰাইজৰ প্ৰতিনিধি "জাতীয় কংগ্ৰেছ মহাসভাৰ" কাৰ্য্যকাৰী সমিতিত আজি তিৰোতা ৰাজ-নীতিজ্ঞাই স্থান পাইছে। প্ৰাদেশিক মন্ত্ৰী-সভাত তিৰোতা সোমাই দেশ-শাসনৰো অভিজ্ঞতা আৰ্জ্জিছে আৰু নিজৰ যোগ্যতাৰ প্ৰমাণ দিছে। দেশ-বিদেশত পুৰুষৰ সমানে ভাৰতীয় নাৰীয়েও স্বাধীনতা আন্দোলনৰ বাণী প্ৰচাৰ কৰা নাইনে? এই

সকলো অসহযোগ আন্দোলনৰ ফল। এতিয়াও কিন্তু বহুত কাম বাকী। সুবিধা আৰু সুযোগ পালে ভাৰতৰ তিৰোতায়ো যে বিজ্ঞান আৰু যুদ্ধ-বিদ্যাতো পুৰুষৰ সমানে খোজ দিব পাৰে তাকে প্ৰমাণ কৰিবলৈ স্বাধীন ভাৰতৰ আৱশ্যক। ভাৰতত পূৰ্ণ-স্বাধীনতা যিদিন প্ৰতিষ্ঠিত হব, সিদিনাহে ভাৰতীয় নাৰীৰো আৰম্ভ হব—জয় যাত্ৰাৰ অভিযান।

শ্ৰীপ্ৰভাত চন্দ্ৰ শৰ্ম্মা।



# আগষ্ট-ক্ৰান্তি সমাজ-তান্ত্ৰিক

## বিশ্ব-বিপ্লৱৰ এটা অংশ

গণতন্ত্ৰৰ বাবে যুদ্ধৰ পৰিসমাপ্তি ঘটিল গণতন্ত্ৰৰ বিজয়েৰেই কিন্তু সাম্ৰাজ্যবাদী শক্তি সমূহ " পূৰ্ব্ব-পৰিস্থিতি " ৰক্ষা কৰাৰ বাবে বদ্ধপৰিকৰ। চাৰিওফালে আমি কি দেখোঁ? ফেচিষ্ট জাতি-সকলৰ অস্থায়ী অথচ দৃঢ় মুঠিৰ পৰা মুক্তি পোৱা স্বাধীন ভাৱে থাকিবলৈ দৃঢ়প্ৰতিজ্ঞ জাতি সমূহ।

" পৰাধীনতাৰ শিকলিৰে বান্ধ খাই আৰু আমি নেথাকোঁ"— নিৰ্যাতিত জাতি সমূহৰ ( বিশেষকৈ এচিয়াৰ:) এয়ে হ'ল যেনিবা মূল মন্ত্ৰ। হোজা গাৱঁলীয়া যেন আজি আগবাঢ়ি আহিছে। ফেচিষ্ট সকলৰ ধ্বংসৰ ঠাইত, সিহঁতৰে জ্ঞাতিভাই—সাম্ৰাজ্যবাদীহঁতৰ পুনৰ-ভ্যুত্থান কেতিয়াও হব নোৱাৰে। এই ভাৱৰ এটি হুবহু দৃষ্টান্ত দেখা যায় ইণ্ডোনেচীয়সকলৰ মাজত—য'ৰ পৰা জাপানীক খেদি দিয়া হ'ল, মাথোন সাম্ৰাজ্যবাদী ওলন্দাজহঁতৰ পুনৰ প্ৰতিষ্ঠা কৰি-বলৈ। স্পষ্ট কথা, ওলন্দাজসকলে সহায়-সমৰ্থন পাইছে বৃটিছৰ-যাৰ সাম্ৰাজ্যবাদৰ-গৌৰৱৰ উজ্জ্বল পটন্তৰ হৈছে ভাৰতৰ অগণণ নিষ্পে-ষিত জন-সাধাৰণ।

"মুক্তি-যুদ্ধ" বুলি ঘোষণা কৰা, এই যুদ্ধৰ পৰিণতি দেখি তথাকথিত কমিউনিষ্ট আৰু ৰেডিকেল ( Redical Democrats) সকলৰ বাহিৰে আন কোনোৱেই স্তম্ভিত নহয়। ভাৰতৰ মানুহে বহুদিন আগেয়েই এই কথাৰ বুজ পাইছিল আৰু সেই বাবেই তেওঁলোকে ৰণ যুজিবলৈ ঠিক কৰি ললে ১৯৪২ চনত। 'মাৰ্ক্স-বাদী" নাম লোৱা লোকসকলে আমাৰ দেশৰ তথা পৃথিবীৰ জন-গণৰ মাজত সেই চিৰস্মৰণীয় আগষ্ট বিপ্লৱৰ প্ৰকৃত স্বৰূপ সম্পৰ্কে ভ্ৰান্ত ধাৰণা সৃষ্টি কৰিবলৈ চেষ্টা কৰিছে। কোনোৱে কয়—এই বিপ্লৱ আছিল ফেচিষ্ট প্ৰৱণ আৰু আন কোনোৱে বা ইয়াক সম্পূৰ্ণ ফেচিষ্ট বুলিয়েই আখ্যা দিয়ে যেহেতু ই আছিল পুৰা জাতীয়তাবাদী কিন্তু যদি আমি প্ৰকৃত মাৰ্ক্সবাদী'ৰ দৃষ্টিৰে চাওঁ তেন্তে ইয়াৰ আন্তৰ্-জাতিক তাৎপৰ্য্য উপেক্ষা কৰিব নোৱাৰোঁ। নিৰপেক্ষ আৰু বৈজ্ঞা-নিক দৃষ্টিভঙ্গীৰে গোটেইটো ঘটনা বিশ্লেষণ কৰি চালে এই কথা তৎক্ষণাৎ ধৰাপৰে যে আগষ্ট ক্ৰান্তি সকলো প্ৰকাৰে সমাজতান্ত্ৰিক বিশ্ব-বিপ্লৱৰ এটা অংশ আছিল।

জাতীয় আন্দোলন এটা কেনেকৈ সমাজ-তান্ত্ৰিক বিপ্লৱত ৰূপান্তৰিত হব পাৰে ? এই প্ৰশ্নৰ উত্তৰ আমি ৰাছিয়াৰ অক্টোবৰ বিপ্লৱৰ আন্তৰ্জাতিক তাৎপৰ্য্যলৈ আঙুলিয়াব খোজো। ১৯১৭ চনৰ আগেয়ে, সাম্ৰাজ্যবাদী গৰাকীৰ বিৰোধী যি কোনো জাতীয় আন্দো-লনক প্ৰকৃতৰূপে, বিশ্ব-বুৰ্জোৱা গণতান্ত্ৰিক বিপ্লৱৰ অংশ বুলি ধৰি





লোৱা নহৈছিল ; কিন্তু এই মতবাদৰ গুৰিত কুঠাৰ মাৰিলে ৰুছ-বিপ্লৱে, যি দৰাচলতে,—গোটেইটো সমস্যা এটি নতুন দৃষ্টি ভঙ্গীৰে চাবলৈ গলে,—ঔপনিবেশিক ৰাজ্যবিলাকৰ জাতীয় আন্দোলন সমূহক যথেষ্ট প্ৰেৰণা যোগালে। ৰাছিয়াত পুঁজিবাদীদলৰ পৰাজয়, ঔপনি-বেশিক আৰু পৰাধীন দেশবিলাকৰ নিৰ্যাতিত মানুহৰ পক্ষে অতিশয় গুৰুত্বপূৰ্ণ ; কাৰণ এইবোৰ দেশতে পুঁজিবাদে —( ইয়াৰ চৰম অভিব্যক্তি হৈছে সাম্ৰাজ্যবাদ )—কোনোমতে টিকি থাকিবলৈ ব্যৰ্থ চেষ্টা কৰিব ধৰিছে, যি হেতু উপনিবেশ সমূহৰ ক্ষতিৰ অৰ্থ হৈছে পুঁজিবাদীৰ মূৰত ৰাম-টাঙোনৰ কোব।

তেতিয়া হলে, তেওঁলোকৰ অন্তিম পৰাজয় মাথোন কেদিন-মানৰ হে কথা, আনকি কেমাহমানৰ কথাও নহয়। এতেকে অতি স্পষ্ট কথা যে যি কোনো ঔপনিবেশিক বা অৰ্দ্ধ-ঔপনিবেশিক দেশৰ সাম্ৰাজ্য-বাদ-বিৰোধী আন্দোলন বিশ্ব-বিপ্লৱৰ এটি অংশ হৈ পৰে। অক্টোবৰ বিপ্লৱৰ আন্তৰ্জ্জাতিক গুৰুত্বৰ উল্লেখকৰি ষ্টেলিনে যথাৰ্থতে দাবী কৰিছে " ই জাতীয় সমস্যাৰ পৰিসৰ বহলাই দিছে আৰু জাতীয় নিপীড়নৰ বিৰুদ্ধে যুদ্ধ কৰাৰ বিশেষ প্ৰশ্নক, সাম্ৰাজ্য-বাদৰ হাতৰপৰা নিৰ্য্যাতিত জাতি, উপনিবেশ আৰু অৰ্দ্ধ-উপনিবেশ বোৰক উদ্ধাৰ কৰা—এই বৃহত্তৰ প্ৰশ্নলৈ ৰূপান্তৰিত কৰিছে।" এইটো স্পষ্ট যে, ১৯১৭ চনৰ পাচত, জাতীয় সমস্যাৰ উল্লেখ যোগ্য

(৩)

পৰিবৰ্ত্তন ঘটিছে। দ্বিতীয় আন্তৰ্জ্জাতিক সঙ্ঘৰ (Second International) নেতাসকলে ভবাৰ দৰে ইয়াক মাথোন "সংস্কৃতি-মূলক স্বাধীনতাৰ" যুজ বুলি আৰু কেতিয়াও ভাবিব নোৱাৰি। এয়ে লেনিনৰ দূৰদৰ্শিতা যে জাতীয় আন্দোলনৰ মাজতেই তেওঁ দেখিলে সমাজতান্ত্রিক বিপ্লৱৰ বীজ। তেওঁ আনকি বুৰ্জ্জোৱা-প্ৰসুত জাতীয় আন্দোলন সমূহক সাহায্য পৰ্য্যন্ত দিবলৈ আগবাঢ়িছিল। "আত্ম নিয়ন্ত্ৰণেৰে সৈতে গণতন্ত্ৰৰ নানান দাবী-দাবাক সাধাৰণ বিশ্ব-গণতান্ত্ৰিক আন্দোলন ( এতিয়া, সাধাৰণ সমাজতান্ত্রিক আন্দোলন ) কোৱা নহয়. কিন্তু সেই আন্দোলনৰ এটি নিচেই সামান্য অংশ হে বুলিব পাৰি "।

এতিয়া কথা হৈছে, জাতীয় আন্দোলন এটি বৈপ্লৱিক প্ৰকৃতিৰ হৈ উঠিব লাগিলে তাত সৰ্ব্বহাৰা proletariat দলৰ যোগ থাকিব লাগে নে নাই লেণিনবাদৰ সমস্যা আলোচনা কৰোতে ষ্টেলিনে ডাঠি কৈছে যে এনে এটা অৱস্থা বৈপ্লৱিক আন্দোলনৰ অপৰিহাৰ্য্য সৰ্ত্ত নহয়; আনকি এনে আন্দোলনৰ ৰিপাব্লিকান কাৰ্য্যক্ৰম নাইবা গণতান্ত্রিক ভিত্তিত নহব পাৰে। উদাহৰণ স্বৰূপে তেখেতে আফগানিস্থানৰ আমীৰৰ [ আমীৰ আমানুল্লাৰ ] সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কৰা যুদ্ধৰ বৈপ্লৱিক প্ৰকৃতিলৈ আঙ্গুলিয়াইছে যদিও আফগান আমীৰৰ এই যুদ্ধৰ গুৰিতে আছিল তেওঁৰ ৰজাহোৱাৰ আকাঙ্ক্ষা। এই যুদ্ধ বৈপ্লৱিক এই-খিনিতে যে ইয়াৰ উদ্দেশ্য আছিল সাম্ৰাজ্যবাদৰ সন্মান নষ্ট কৰা





আৰু তাক দুৰ্ব্বল কৰা। ভাৰতবৰ্ষ আৰু চীন দেশৰ দৰে ডাঙৰ ডাঙৰ ঔপনিবেশিক আৰু পৰাধীন দেশৰ প্ৰতি চকু ফুৰাই ষ্টেলিনে আকৌ দেখুৱাই দিছে যে—"সাময়িক ভাবে গণতন্ত্ৰৰ সৰ্ত্তাৱলীৰ বিৰোধী হলেও, মুক্তি যুদ্ধৰ পথৰ প্ৰতিটি খোজেই সাম্ৰাজ্যবাদৰ ওপৰত হেমতালৰ কোব অৰ্থাৎ নিঃসন্দেহেই ই এটি বৈপ্লৱিক কাম " জাতীয় আন্দোলনৰ মূল্য এইখিনিতে যে ই পৃথিৱীৰ সাম্ৰাজ্যবাদীসকলক শঙ্কটৰ ফালে আগুৱাই নিয়ে। ই গুৰুত্বপূৰ্ণ, কাৰণ ই পৃথিৱীক দুটা সমষ্টিত বিভক্ত কৰে—শোষিত আৰু শোষণকাৰী। শোষিত সকলৰ ভিতৰত পৰাধীন আৰু ঔপনিবেশিক জাতিসমূহৰ মানুহৰ সংখ্যাই বেচি। ই আকৌ বেচি দৰ্কাৰী এই কাৰণেও যে সাম্ৰাজ্য-বাদী দেশবিলাকৰ বন্ধুৱাদলক ই নিজৰ দেশতে যথেষ্ট সহায় কৰে। এইদৰে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যি কোনো জাতীয় আন্দোলনেই যে সাম্ৰাজবাদৰ পথত অগ্ৰগতি বুজায় সি সকলো ফালৰ পৰাই প্ৰতীয়-মান হয়।

কোৱাৰ সকাম নাই যে ভাৰতত আমাৰ জাতীয় আন্দোল-নেও সেই একেৰূপ লয়। আনকি—এই বিষয়ত আন আন পৰা-ধীন আৰু ঔপনিবেশিক দেশসমূহতকৈ আমি বহুত বেচি আগু-ৱাইছো। পৰাধীন দেশত হোৱা সকলোবোৰ জাতীয় আন্দোলন-তকৈ আমাৰ আন্দোলনেই আটাইতকৈ বেচি প্ৰগতিশীল ইয়াক

প্ৰগতিশীল বুলি কৈছো। এই কাৰণে যে ইয়াৰ ভেটি বুৰ্জ্জোৱা বা গণতন্ত্ৰ-বিৰোধী নহয়। সচাঁ কথা, যে ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ মূলতঃ গণতন্ত্ৰ-বিৰোধী আছিল, কাৰণ ইয়াক আৰম্ভ কৰিছিল সামন্ত-চৰ্দ্দাৰ সকলে। জন-সাধাৰণে ইয়াক সমৰ্থন কৰিছিল,—এই আশাৰে নহয় যে বিদ্ৰোহৰ সফলতাই মূক-জনতাৰ উন্নতিৰ হকে এটি নতুন যুগৰ প্ৰবৰ্ত্তন কৰিব কিন্তু তাৰ গুৰিত আছিল বাইজৰ জাতীয় অনুভূতি। এই জাতীয়-অনুভূতি সকলো বিদেশী-বস্তুৰ বিৰোধী। আজিৰ দৰে, সেই সময়ত স্বাধীনতাৰ অৰ্থ ভালদৰে উপলব্ধি কৰিবলৈ প্ৰায় কোনেও চেষ্টা নকৰিছিল। ই অনুভূতিৰ ওপৰত প্ৰতিষ্ঠিত এটি অস্পষ্ট ধাৰণা মাথোন আছিল। কোনো-প্ৰকাৰৰ বিদেশী প্ৰভাৱ নোহোৱা স্বদেশী গৱৰ্ণমেণ্টৰ ভিতৰতে এই ধাৰণা সীমাবদ্ধ আছিল—সেই স্বদেশী গৱৰ্ণমেণ্ট, শোষণকাৰী দলেৰে সংগঠিত হলেও কোনো কথা নাই, কাৰণ ই স্বদেশী। আকৌ, কুৰিশতিকাৰ প্ৰথম দহ বছৰত আমাৰ জাতীয় আন্দোলনক, জাতীয় স্বাধীনতাৰ যুঁজতকৈ সংস্কাৰ-আন্দোলন হে বুলিব পাৰি। পূৰ্ণ স্বাধীনতাৰ কথা কোৱা—একপ্ৰকাৰ অসম্ভৱেই আছিল। চমুকৈ কবলৈ গলে, আমাৰ আন্দোলন উদাৰনৈতিক বুৰ্জ্জোৱাৰ হাতত আছিল ; কিন্তু গান্ধীজীৰ নেতৃত্বৰ লগে লগে আকৌ আমাৰ আন্দোলন বৈপ্লৱিক ধাৰালৈ পৰিবৰ্ত্তিত হয়। মহাত্মা-গান্ধীৰ এইফেৰা সহ-





স্বীকাৰ কৰিবই লাগিব যে তেখেতৰ ১৯২১ চনৰ অসহযোগ আন্দোলনেই জনতাৰ মাজত ৰাজনৈতিক চেতনা জগাই দিলে। স্বাধীনতা, এতিয়া আকৌ অস্পষ্ট অনুভূতি মাথোন নহয়। বৃটিছৰ বিৰুদ্ধে ৰাজনৈতিক আন্দোলনৰ লগে লগে গান্ধীজীয়ে, ভাৰতীয় বিশেষকৈ হিন্দুসমাজৰ অন্ধবিশ্বাসৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিলে। অস্পৃশ্যতা আৰু আন আন সমাজিক বৈষম্যৰ বিৰুদ্ধে কৰা তেখেতৰ এই আন্দোলনৰ ফল স্বৰূপে আজিলৈকে নিষ্পেষিত সম্প্ৰদায়ৰ এটি বিৰাট অংশ ওলাই আহি আমাৰ জাতীয় আন্দোলনৰ অগ্ৰদূত হিচাবে থিয় দিলেহি। বস্তুতঃ, গান্ধীজীয়ে ক্ষেত্ৰ তৈয়াৰ কৰিলে মাৰ্ক্সবাদীৰ বাবে; জনসাধাৰণক বৈপ্লৱিক ভাব-ধাৰাৰে উদ্বুদ্ধ কৰা তেওঁলোকৰ পক্ষে এতিয়া আৰু সহজ সাধ্য হৈ উঠিল।

ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত প্ৰধান আৰু যুগান্তৰকাৰী ব্যক্তিত্ব সম্পন্ন নেতা পণ্ডিত জৱাহৰলাল নেহৰুৰ অভ্যুদয়ৰ লগে লগে আমাৰ আন্দোলন ক্ৰমে বেচি প্ৰগতিশীল অৱস্থালৈ আগুৱাই আহিল। যাইকৈ তেওঁৰ চেষ্টাতহে ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাই পূৰ্ণ স্বাধীনতা ইয়াৰ শেষ লক্ষ্য বুলি গ্ৰহণ কৰে। অৱশেষত, ১৯৩২ চনত, বামপন্থী জাতীয়তাবাদীসকল কমৰেড্ জয়প্ৰকাশ নাৰায়ণ আৰু আচাৰ্য্য নৰেন্দ্ৰ দেৱৰ বৈপ্লৱিক নেতৃত্বত্ কংগ্ৰেছৰ ভিতৰতে এটি দল হিচাবে সঙ্ঘবদ্ধ হয়। সমাজতান্ত্ৰিক দলে এই প্ৰথম কংগ্ৰে-

ছৰ ভিতৰতে থাকি বামপন্থী শাখা হিচাবে কাম আৰম্ভ কৰিলে। তেতিয়াৰ পৰা ই সদায় কংগ্ৰেছৰ নীতি নিৰ্দ্ধাৰণত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। "বৃটিছে ভাৰত ত্যাগ কৰাৰ লগে লগে তাৰ ঠাই ভাৰতীয় পুঁজিপতিসকলে যেন দখল কৰিব নোৱাৰে"—এয়েই বামপন্থীসকলৰ মুল নীতি। জন-সাধাৰণে স্বাধীনতাৰ মুল বুজিব লাগিব। স্বাধীনতাৰ অৰ্থ হব লাগিব সকলো প্ৰকাৰৰে শোষণৰ অৱসান আৰু এই উদ্দেশ্য আগত লৈয়েই বুকুৰ তেজ পানী কৰি নিজৰ জীৱিকা উপাৰ্জ্জন কৰা জনতাক তেওঁলোকে শেষ সংগ্ৰামৰ কাৰণে সাজু কৰে। শোষিত জনতাই ভাৰতীয় পুঁজিপতিসকলৰ লগত কৰিব লগীয়া শেষ যুদ্ধৰ কথা ভবাৰ আগতে বৃটিছ সাম্ৰাজ্য বাদ ধ্বংশ কৰিব লাগিব। এইবাবে কৃষক আৰু সকলো প্ৰকাৰৰে কাৰখানাৰ বনুৱাকে সঙ্ঘবদ্ধ কৰিবলৈ সুচিন্তিত কৰ্ম্মপদ্ধতি ৰচনা কৰা হ'ল আৰু তাৰ ফলস্বৰূপে আজি আমি দেখিছো ভাৰতৰ শোষিত জনতাৰ মাজত এটি শ্ৰেণীগত চেতনাবোধ। অভিশপ্ত জমীদাৰী প্ৰথাৰ বিৰুদ্ধে থিয় দিবলৈ কৃষকসকল উৎসাহিত কৰা হ'ল। কাৰখানাৰ মজুৰ, খনি আৰু ৰেলবিভাগৰ বনুৱাক বেচি দৰমহা আৰু থকা মেলাৰ ভাল সুবিধা দিয়াৰ দাবী কৰিবলৈ সংগঠিত কৰা হ'ল; কিন্তু কৃষক আৰু বনুৱাৰ এই আংশিক যুজৰ লগতে—তেতিয়াই কংগ্ৰেছে আহ্বান জনায় তেতিয়াই এই আংশিক যুদ্ধক জাতীয় আন্দোলনৰ বৃহত্তৰ যুদ্ধত ৰূপান্তৰ কৰিবলৈ





যথেষ্ট যত্ন যোৱা হ'ল। যিমানেই এইবোৰ মানুহে এনেকুৱা যুদ্ধত সক্ৰিয় অংশ গ্ৰহণ কৰিব সিমানেই ইয়াৰ পৰিণামো হব বেচি প্ৰগতিশীল। গতিকে এই কথা সদায় মনত ৰাখিব যে ভাৰতৰ জনতা প্ৰতিদিনে তেওঁলোকৰ দাবী সম্পৰ্কে সজাগ হৈ আহিছে। কি কাৰণে তেওঁলোকক যুজলৈ আহ্বান কৰা হয়, তেওঁলোকে আজি বুজে। মাথোন এটি অস্পষ্ট অনুভূতিৰ কাৰণে তেওঁলোকে আজি যুজিব নোৱাৰে। কংগ্ৰেছৰ ভিতৰতে মাৰ্ক্সবাদী দল এটাৰ সংগঠন আমাৰ জাতীয় যুদ্ধৰ ইতিহাসৰ এটি বিশিষ্ট ঘটনা। ই এটি উদ্দেশ্য আগতলৈ কাম আৰম্ভ কৰে—সেয়ে হৈছে "ভাৰতত সমাজতন্ত্ৰবাদৰ প্ৰচাৰ কৰা আৰু স্বাধীনতাৰ আন্দোলনত সঠিক বৈপ্লৱিক অনুপ্ৰেৰণা যোগোৱা।" এইদৰে জাতীয় যুজাৰুদলৰ ভিতৰতে এটি বনুৱাৰ দল সংগঠন কৰা হ'ল। ইয়াৰ গঠনৰ পিচত কংগ্ৰেছে যিবোৰ উগ্ৰ-পন্থাৰ নীতি গ্ৰহণ কৰিছে সেয়েই এই দলৰ ক্ৰমবৰ্দ্ধমান শক্তি আৰু কাৰ্য্যকাৰিতাৰ সাক্ষী দিয়ে; কিন্তু প্ৰগতিশীল দলৰ এই শক্তিয়ে আমাৰ ভ্ৰম জন্মোৱা উচিত নহয় যে জাতীয় স্বাধীনতা পোৱাৰ পিচতেই আমি এখন সমাজতান্ত্ৰিক ৰাষ্ট্ৰ গঠন কৰিব পাৰিম। আমাৰ যুজাৰুদলৰ ভিতৰতে থকা কিছুমান বুৰ্জ্জোৱা আৰু উপ-বুৰ্জ্জোৱা দলৰ অস্তিত্ব পাহৰা কেতিয়াও উচিত নহব; সাম্ৰাজ্যবাদ-বিৰোধী যুদ্ধত যথা সৰ্ব্বস্ব ত্যাগ কৰিবলৈ তেওঁলোকো সাজু আছে। তেওঁলোকক আমাৰ

এই যুদ্ধৰ পৰা বাদ দিয়াটো নিতান্ত মহতালৰ পৰিচায়ক হব। সাম্রাজ্যবাদৰ বিৰোধী যুজ কঠিনতৰ কৰিবলৈ সম্মিলিত দল গঠন কৰাৰ মাৰ্ক্সীয় নীতিৰ ই পৰিপন্থী হব। এতেকে আমাৰ যুজে কেবাটাও অৱস্থা অতিক্রম কৰিব লাগিব। জাতীয় স্বাধীনতা অৰ্জ্জনৰ লগে লগে প্ৰথম অৱস্থা উত্তীৰ্ণ হব। ইয়াৰ ফল স্বৰূপে, সাম্রাজ্য বাদৰ বিৰুদ্ধে যোগ হোৱা সকলো দল মিলি এখন গণতান্ত্রিক ৰাষ্ট্ৰ স্থাপন হব লাগিব। দ্বিতীয় অৱস্থাৰ পৰিণতি হব এখন সমাজতান্ত্রিক সমাজৰ বিকাশেৰে। একেটি অৱস্থা পাৰ হৈয়েই চৰম লক্ষ্যত উপনীত হোৱাৰ যি কল্পনা, সি অকল সমস্যা এৰাই যাব খোজা প্ৰবৃত্তিৰেই পৰিচায়ক নহয় বৰ ই সত্যৰ পৰাও বহু আতৰত। আমাৰ আন্দোলন ব্যৰ্থ কৰিব খোজা আৰু সাম্রাজ্যবাদীৰ হাতৰ পুতলা এদল প্ৰতিক্ৰিয়াশীল লোকৰ এয়েই হৈছে মূলমন্ত্ৰ।

ইয়াৰ অৰ্থ এয়ে নহয় যে জনতাই তেওঁলোকৰ নেতৃত্ব অপেক্ষাকৃত কম প্ৰগতিশীল লোকৰ হাতত সমৰ্পণ কৰিব লাগে। বুৰ্জ্জোৱাৰ দ্বাৰা পৰিচালিত এনেকুৱা যুদ্ধত জনতাই সহযোগিতা কৰাৰ কোনো প্ৰশ্নই নুঠে; বৰঞ্চ এইটো সঠিক যে সক্ৰিয় সহযোগিতাৰ যোগেদি কৃষক আৰু বনুৱাদল নিজেই আন্দোলনৰ নেতাৰূপে প্ৰতিষ্ঠিত হয় আৰু অন্যান্য দলে সহযোগী হিচাবেহে সেই আন্দোলনৰ অংশ গ্ৰহণ কৰে। এতেকে একো আশ্চৰ্য্যৰ কথা





নহয় যে ১৯৪২ চনৰ আন্দোলনত জনতাই অতি মুখ্য ভাগ গ্ৰহণ কৰিছিল; আন্দোলনৰ বৈপ্লৱিক প্ৰকৃতিৰ পৰাই ই স্বতঃ প্ৰমাণিত হয়। কিন্তু আগষ্ট বিপ্লৱৰ কথা আৰম্ভ কৰাৰ আগতে যি অৱস্থাত আন্দোলন অৱশ্যম্ভাৱী হৈ উঠিছিল তাৰে অলপ আলোচনা কৰোহঁক।

যুদ্ধৰ নিচেই আৰম্ভণিৰে পৰা, ইয়াৰ আচল স্বৰূপটো যে সাম্রাজ্যবাদৰ পৰিপোষণ এই সম্পৰ্কে কংগ্ৰেছৰ এখানিমানো সন্দেহ নাছিল। আনহাতে কংগ্ৰেছ সদায় ফেচিষ্ট-বিৰোধী। ক্ৰমে বাঢ়ি অহা ফেচিবাদৰ প্ৰতি ই গভীৰ অসন্তোষৰ চকুৰে চাই আহিছে। স্পেনৰ গৃহযুদ্ধৰ সময়ত, পণ্ডিত জৱাহৰলাল নেহেৰুৰ নেতৃত্বত ভাৰতৰ মানুহে, গণতান্ত্রিক শক্তিক ধ্বংস কৰিবলৈ নিয়োজিত শক্তিৰ বিৰুদ্ধে দ্বিধাহীন ভাবে অসন্তোষ প্ৰকাশ কৰিছে। স্পেনৰ গৃহযুদ্ধৰ প্ৰতি যদি বাস্তৱ তাত দৃষ্টিৰে চাওঁ, আমি দেখোঁ দুটা পৰস্পৰ বিৰোধী "আদৰ্শৰ" সংঘাত —গণতন্ত্ৰ আৰু ফেচিবাদ। আন্তৰ্জাতিকতাৰ দৃষ্টিৰে চালে পাওঁ যে ই পৃথিবীক দুটি পৃথক দলত বিভক্ত কৰিছে। হিটলাৰৰ জাৰ্ম্মানী আৰু ফেচিষ্ট ইটালীয়ে ফ্ৰাঙ্কোৰ ডিক্টেটৰী শাসনৰ আকাঙ্ক্ষাক সক্ৰিয় ভাবে সহায় কৰিছিল আৰু চোভিয়েট ইউনিয়েনে সকলো শক্তি অৰ্পণ কৰিছিল গণতান্ত্রিক শক্তিৰ সপক্ষে; আৰু আমাৰ সাম্রাজ্যবাদী বন্ধু বৃটেন আৰু ফ্ৰান্সে নিৰপেক্ষনীতিৰ আলমলৈ আওপকীয়া ভাবে গণতান্ত্রিক শক্তিক দুৰ্ব্বল কৰিছিল। ভাৰতৰ মানুহে সম্পূৰ্ণভাৱে বিশ্বাস কৰিলে যে সাম্রাজ্যবাদীসকলে ফেচিষ্ট শক্তিক বলীয়ান

কৰিবলৈ ওলাইছে এতেকে তেওঁলোকে তেওঁলোকৰ ফেচিষ্টবিৰোধী নীতিৰ লগত সামঞ্জস্য ৰাখি এনেকুৱা প্ৰতিক্ৰিয়াশীল দলৰ বিৰুদ্ধে থিয় দিছিল। মিউনিকৰ তোৰণ নীতিৰ প্ৰতি কংগ্ৰেছে উষা প্ৰকাশ কৰাৰ যথেষ্ট যুক্তি আছে। আনহাতে এচিয়াত যি ঘটিব ধৰিছিল সেই বিষয়েও ই নীৰৱে নাথাকিল। চীনদেশৰ ওপৰত সাময়িক ফেচিষ্ট জাপানৰ অসতৰ্ক আক্ৰমণৰ সকলো শান্তিপ্ৰিয় গণতান্ত্ৰিক জাতিৰ বিৰুদ্ধে যুদ্ধৰ আহ্বান বুলি কংগ্ৰেছে ধৰি ললে। তৎক্ষণাৎ কংগ্ৰেছে এই কাৰ্য্যৰ প্ৰতিবাদ কৰিলে আৰু চীন দেশীয় সমস্যাৰ প্ৰতি গভীৰ সহানুভূতিৰ চিন স্বৰূপে এটি "চিকিৎসা-বাহিনী" চীনলৈ পঠিয়াই দিলে। এইটো লক্ষ্য কৰিবৰ বিষয় যে তেতিয়ালৈকে আজিৰ ফেচিষ্ট-বিৰোধী আমাৰ গৰাকীসকল (বৃটিছ) জাপানৰ লগত বন্ধু ভাবাপন্ন আছিল। কোৱা নিষ্প্ৰয়োজন যে ভাৰত তেতিয়া স্বাধীন দেশ থকা হেতেন—নিশ্চয় জাপানৰ বিৰুদ্ধে চীনদেশৰ লগত মিত্ৰতাৰ পাশত আবদ্ধ হ'ল হেতেন। তথাপিও পৰাধীন ভাৰতৰ পক্ষে যিমান দূৰ সম্ভৱপৰ, সেই সকলোখিনি কৰা হৈছিল।

নাৎসী আক্ৰমণ নিবাৰণ কৰিবলৈ সাম্ৰাজ্যবাদীসকলে কৰা সকলো চেষ্টা যেতিয়া বিফল হ'ল, ইউৰোপত যুদ্ধৰ শিঙা বাজি উঠিল আৰু মিত্ৰশক্তিয়ে ঘোষণা কৰিলে যে তেওঁলোকে গণতন্ত্ৰ আৰু স্বাধীনতাৰ কাৰণে যুজিব লাগিছে। তেওঁলোকৰ আন্তৰিকতা





জুখি চাবলৈ কংগ্ৰেছে বিচাৰিলে যে সেই একে নীতিবোৰ ভাৰতত অনুকৰণ কৰিব লাগে। আমাৰ সেইদাবী পূৰণত বৃটেনৰ অনিচ্ছাই এইটো ফটফটীয়াকৈ দেখুৱাই দিলে যে ভাৰতবৰ্ষই কোনো সাম্ৰাজ্যবাদী যুদ্ধত অংশ গ্ৰহণ কৰিব নোৱাৰে। এইখিনিতে এইটো মন কৰিব লগীয়া যে দুখীয়া বন্ধুৱাসকলে মিত্ৰশক্তিৰ দেশ সমূহত সিবিলাকৰ নিজ নিজ দলৰ জৰীয়তে যুদ্ধ সম্পৰ্কে যি মনোভাৱ প্ৰকাশ কৰিছিল ভাৰতীয় ৰাইজৰো ঠিক অনুৰূপ মনোবৃত্তিয়েই আছিল। নাৎসী বিৰুদ্ধে ফৰাচীৰ প্ৰতিৰোধ শক্তি ভাগি গৈছিল, কাৰণ তাৰ পিচত জন-গণৰ সমৰ্থন নাছিল; কিন্তু আমাৰ অৱস্থা ফ্ৰান্সতকৈও বেয়া আছিল। এই হতভগা দেশক যিসকলে জোৰেৰে এদিন দখল কৰি তেওঁলোকৰ আধিপত্য স্থাপন কৰি লৈছিল, সেইসকলৰ ফলীয়া হৈ যুজিবলৈ কোৱা হৈছিল। সদায় যি কৌশলেৰে তেওঁলোকে আনক দমন কৰি আহিছে—ফেচিষ্টসকলক আজি তেওঁলোকে তাৰেই অভিযোগ কৰিছে। ভাৰতৰ শাসক আৰু ফেচিষ্টসকলৰ মাজত কি সুক্ষ্ম পাৰ্থক্য আছে তাক ভাৰতৰ মানুহৰ পক্ষে ধৰাই কঠিন। কাৰ্য্যতঃ তেওঁলোকৰ শাসকে তেওঁলোকৰ ওপৰত কৰা দৈনন্দিন অত্যাচাৰৰ আলমলৈহে সিবিলাকে ফেচিষ্টবাদ কি তাক বুজিবৰ চেষ্টা কৰিছিল। এতিয়া এই একে পাখিৰ দুইটা চৰাইৰ ভিতৰত তেওঁলোকে কোনটো বাচি লয়? ফেচিষ্টবাদ

তেওঁলোকে নিন্দা কৰে, আনহাতে সাম্রাজ্যবাদৰ কাৰণেও তেওঁলোকৰ প্ৰাণে নেকান্দে। নাৎসী শক্তিৰৰ হাতত পশ্চিম ইউৰোপ নত হোৱাৰ অলপ দিনৰ ভিতৰতে—কংগ্রেছে বৃটেনৰ লগত এটা মীমাংসাত উপনীত হবলৈ এটা নতুন চেষ্টা কৰিছিল এয়েই নিঃসন্দেহে প্ৰমাণ কৰে যে নাৎসীসকলৰ কৃতকার্য্যতাত ভাৰতৰ জাতীয় কংগ্রেছ মহাসভা কেনে উৎকণ্ঠিত হৈছিল। "দ্বিধাহীন ভাৱে ভাৰতৰ স্বাধীনতা ঘোষণা কৰি তাকে কার্য্যত পৰিণত কৰাৰ প্ৰথম সোপাণ হিচাবে এটি জাতীয় গৱৰ্ণমেণ্টৰ প্ৰতিষ্ঠা কৰিলে যুদ্ধ-প্ৰচেষ্টাত সম্পূৰ্ণ সহায় কৰিবলৈ" কংগ্রেছ মান্তি হৈছিল। কংগ্রেছস্থিৰ বিশ্বাস আছিল যে "ইয়াকে নকৰিলে, দেশ ৰক্ষাৰ বাবে নৈতিক আৰু যুদ্ধ সামগ্ৰীৰ বাবে সহায় যোগাৰ কৰা চেষ্টাক কোনো প্ৰকাৰেই স্বেচ্ছা-প্ৰণোদিত বুলি কব নোৱাৰি অথবা স্বাধীন দেশৰ সাহায্য বুলিব নোৱাৰি আৰু সেয়ে তাৰ কার্য্যকৰী মূল্য নাই"। দুখৰ বিষয় এইবাৰো বৃটিছ ৰাজনীতিজ্ঞসকলে ফেচিষ্টৰ বিৰুদ্ধে যুজিবলৈ ভাৰতৰ এই আগ্ৰহৰ মূল বুজিব নোৱাৰিলে।

১৯৪১ চনৰ, জুন মাহত, ছোভিয়েট ইউনিয়নৰ ওপৰত নাৎসী দস্যুদলৰ বিশ্বাস ঘাতক আক্ৰমণে গোটেই পৰিস্থিতি আকৌ জটিল কৰি তুলিলে। দেশৰ ইমূৰ-সিমূৰ জুৰি ছোভিয়েটৰ প্ৰতি সহানুভূতি জনাই ভাৰতৰ মনোভাব





প্ৰকাশ কৰা হ'ল। এইটো স্পষ্টৰূপে প্ৰমাণ হ'ল বাছিয়াক সকলো প্ৰকাৰে সহায় কৰিবলৈ ভাৰতবাসী ব্যগ্ৰ। যুদ্ধ ভাৰতৰ পক্ষে অতিশয় গুৰুত্বপূৰ্ণ হৈ উঠিল, তাত সন্দেহ নাই। অপেক্ষাৰ নীতিৰে আৰু কাম নচলে। দেশৰ সকলো প্ৰগতিশীল শক্তিয়ে (ভাৰতৰ কমিউনিষ্ট দলো ইয়াৰ ভিতৰতে আছিল) জাতীয় আন্দোলন প্ৰখৰতৰ কৰি তোলা নীতি সমৰ্থন কৰিছিল। আমাৰ নেতাসকলে অইন কোনো নতুন ভিত্তিৰ বৃটেনৰ লগত মীমাংসা কৰাৰ চেষ্টা কৰি আছিল। সেয়ে হলে দুগুণ উৎসাহেৰে ভাৰতেও যুদ্ধত স্বাধীন আৰু মৰ্য্যাদাসম্পন্ন জাতি হিচাবে যোগদান কৰিব পাৰিলহেঁতেন। ইতিমধ্যে সুদূৰ প্ৰাচ্যত জাপান শক্তিৰ দ্ৰুত বিজয়ে এই নিভাঁজ সত্য সকলোৰে মনত খুমুচাই দিলে যে ৰাইজৰ অনাস্থাভাজন কোনো গৱৰ্ণমেণ্টে শত্ৰুৰ গতিৰোধ কৰিব নোৱাৰে; লাগলে ইয়াৰ সামৰিক শক্তি যিমানেই প্ৰচণ্ড নহওক। আমাৰ কমিউনিষ্ট বন্ধুসকলে কি কৰিলে? তেওঁলোকে জাতীয় আন্দোলন গভীৰতৰ কৰাৰ নীতি পৰিত্যাগ কৰি—বৃটিছক বিনাসৰ্ত্তে যুদ্ধত সহায় কৰাটোকে ছোভিয়েট ইউনিয়নক সহায় কৰাৰ একমাত্ৰ উপায় বুলি ঠিক কৰিলে। তেওঁলোকে কলে এই যুদ্ধ, পৃথিবীৰ জনতাৰ মুক্তিৰ যুদ্ধ। আমি সহজে অনুমান কৰিব পাৰোঁ যে নাৎসী অত্যাচাৰত ত্ৰস্ত ইউৰোপৰ জনতাৰ পক্ষে ই যুক্তিযুক্ত;

কিন্তু বৃটিছ সাম্রাজ্যবাদী মেচিনৰ দ্বাৰা সেই একেদৰে নিপিন্ট হোৱা—বৃটিছবিৰোধী মনোভাৱ চৰম সীমা পালত সেই নির্য্যাতনৰ সীমা আৰু হেজাৰ গুণে চৰিছিল—ভাৰতবাসীৰ পক্ষে সেই যুদ্ধক কেনেকৈ একে আখ্যা দিয়া হব পাৰে ! তদুপৰি এখন সার্ব্বভৌম ৰাষ্ট্ৰ হিচাবে ছোভিয়েট ইউনিয়নে যি কোনো ৰাষ্ট্ৰৰ লগতে মিতিৰালি পাতিব পাৰে ; কিন্তু তাৰ অর্থ এয়ে নহয় যে বিশ্ব-সাম্রাজ্যবাদৰ লগত মিত্রতা স্থাপন কৰিলে। ৰুছ-জাৰ্ম্মান চুক্তিয়ে হিট্‌লাৰক কমিউনিষ্ট বা ষ্টেলিনক ফেচিষ্ট কৰিব নোৱাৰিলে। সেইদৰে ৰুছ বৃটিছ মিত্রতায়ো সাম্রাজ্যবাদী বৃটেনৰ প্ৰকৃতিৰ পৰিবৰ্ত্তন কৰিব নোৱাৰে। "এটি নতুন বৈপ্লৱিক ঢৌ" নামে প্ৰবন্ধত, আনকি কমৰেড পূৰণ চন্দ্ৰ যোশীয়ে স্বীকাৰ কৰিছে, সাম্রাজ্য-বাদী গৱৰ্ণমেণ্টবিলাকে সাম্রাজ্যবাদৰ উদ্দেশ্য আগতলৈ হিট-লাৰৰ ওচৰত আত্মসমর্পণ কৰাৰ পৰা ৰক্ষা পাবলৈ আৰু সাম্রাজ্যৰ যিমানখিনি পাৰে সিমানখিনি অটুট ৰাখিবলৈ ছোভিয়েট ৰাছিয়াৰ লগত মিত্রতাৰ চুক্তিত আবদ্ধ হৈছে আৰু ফেচিষ্ট-বিৰোধী দলত সহযোগিতা কৰিছে।" এই খিনিতেই দুৰ্ভাগ্য ক্রমে, এই যুদ্ধক ভাৰতবাসীৰ পক্ষে "জনযুদ্ধ" বুলি ঘোষণা কৰাত প্ৰধান বাধা আহি উপস্থিত হয়।

আমাৰ তথাকথিত বিপ্লৱী কিছুমানে ভবাৰ দৰে ই যি কোনো প্ৰকাৰে ৰাছিয়াক সহায় কৰাৰ প্ৰশ্ন নহয়। "জনযুদ্ধ" বুলি কৈ





ফুৰাটো সহজ কিন্তু যি যুদ্ধত আমাৰ গৰাকী বৃটিছসকল লিপ্ত আছিল তাক সচাঁকৈয়ে জনযুদ্ধ বুলি জনতাক বিশ্বাস কৰোৱাটো সিমান সহজ নাছিল।

মানি লৈছোঁ—জাপানীয়ে সেই সময়ত ভাৰতৰ দুৱাৰ দলিতেই খুন্দিয়াইছিলহি কিন্তু জাপানৰ আক্ৰমণৰ ছুতা লৈ বৃটিছ শাসন ভাৰতত স্থায়ী কৈ ৰখাৰ যৌক্তিকতাই মানুহৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰিছিল। পি, চি যোশীয়ে আকৌ কৈছে—"এই যুদ্ধই সাম্রাজ্য-বাদী গৱৰ্ণমেণ্ট আৰু সকলো তৰপৰে জনতাৰ মাজৰ বিৰোধ চৰম সীমালৈ তীক্ষ্ণ কৰি তুলিছে"। ফেচিষ্ট আক্ৰমণৰ বিপদৰ প্ৰতি সম্পূর্ণ সজাগ হৈ আমাৰ নেতাসকলে, ছোভিয়েট ৰাছিয়াৰ নেতৃত্বত প্ৰগতিশীল শক্তি সমূহৰ লগত সহযোগিতা কৰিব বিচাৰিছিল। আমাৰ ৰাষ্ট্ৰপতি মৌলানা আজাদে অসন্দিগ্ধচিত্তে কোৱা নাছিল নে "ভাৰতৰ উপযুক্ত স্থান জন শক্তিৰ লগত" বুলি ? এই সুৰতেই কংগ্ৰেছে চাৰ ষ্টাফোৰ্ড ক্রিপ্‌চৰ লগত আলোচনা আৰম্ভ কৰিছিল কিন্তু আলোচনা ব্যৰ্থ হ'ল এই কাৰণে যে প্ৰকৃত স্বাধীনতাৰ ছাঁ টোকো আমাৰ গৰাকী বৃটিছসকলে চুৱা বুলি ভাবে। অথচ যুদ্ধ ক্ষেত্ৰৰ পৰিস্থিতি দিনক দিনে বেয়া হৈ আহিছিল। জাপানী-সকল দ্ৰুতবেগে আগবাঢ়ি আহিছিল। ছোভিয়েটবাসীয়ে সম্পূর্ণ অকলসৰীয়া ভাবে জাৰ্ম্মান কামানৰ সমুখীন হব লগীয়া হৈছিল। অন্যান্য

মিত্ৰ শক্তিয়ে তেতিয়াও ইউৰোপত জাৰ্ম্মানীৰ বিৰুদ্ধে দ্বিতীয় ৰণাঙ্গণ খুলিবলৈ কাণ-সাৰকে কৰা নাই। চীনা সকলকতো নিজৰ ভাগ্যৰ ওপৰতে এৰি দিয়া হৈছিল। এইবোৰ ঘটনাই ভাৰতৰ প্ৰগতিশীল এদল লোকক, ৰাছিয়া আৰু চীনদেশৰ সাম্ৰাজ্যবাদী বন্ধুসলকৰ মতলব সম্পৰ্কে সন্দিহান কৰি তুলিলে। তেওঁলোকে অনুভৱ কৰিলে যে সাম্ৰাজ্যবাদী বৃটেন আৰু আমেৰিকাই ছোভিয়েট ৰাছিয়া আৰু চীনক ধ্বংস হবলৈ এৰি দিছে।

আৰু তেতিয়া ভাৰতত ঘটিছিল কি? অনৰ্শণত মানুহ মৃত্যুত গ্ৰাসত পৰিছিল। বেপাৰীক অতিপাত লাভ আদায় কৰিবলৈ উৎসাহ দিয়া হৈছিল। চোৰ-বজাৰৰ লাভেৰে পৰিপুষ্ট নতুন ধনী সম্প্ৰদায়ে মুক্তহস্তে যুদ্ধ-প্ৰচেষ্টাত টকা ঢালি দিছিল। চমু কথা ধনীসম্প্ৰদায়ে নিৰ্ম্মম ভাবে জনতাক শোষণ কৰিবলৈ খোলা বাস্তা পাইছিল। তাতে-আকৌ ভাৰত-ৰক্ষা আইন; আমাৰ দেশ ৰক্ষা কৰাৰ নামত ভাৰতত বৃটিছ সাম্ৰাজবাদৰ খুটি টানকৈ পুতিবলৈহে তাৰ আশ্ৰয় লোৱা হৈছিল। জনতাৰ পৰা গৱৰ্ণমেণ্ট এনেভাবে পৃথক হৈ পৰিছিল যে গাৱৰ সাধাৰণ তৰপৰ মানুহবে পৰা নিযুক্ত হোৱা এজন নগণ্য কনিষ্টবলকো — জন-সাধাৰণৰ লগত কোনো সম্বন্ধ নোহোৱা জীৱৰ দৰে ভয় আৰু ঘিণ কৰা হৈছিল। অফিচাৰসকলৰ অত্যাচাৰী শাসনৰ বীভৎসতা য'তে ত'তে স্পষ্ট হৈ উঠিছিল।





সকলোবোৰ লগলাগি অতি প্ৰৱল বৃটিছ-বিৰোধী মনোভাব দেশত জগাই তুলিছিল আৰু তাৰ ফল স্বৰূপে—এই পাৰি-পাৰ্শ্বিকতাত অতি স্বাভাৱিক হিচাবেই জাপানীৰ অনুকুল মনোবৃত্তি আপোনা-আপুনি জাগৃত হৈছিল। বাস্তৱতে, আমাৰ নেতৃমণ্ডলীয়ে অতিষ্ট অনুভৱ কৰিছিল। তেওঁলোকৰ সন্মুখত দুটা সমস্যাই দেখা দিছিল—জাপানীৰ প্ৰতিৰোধ, আৰু ছোভিয়েট ইউনিয়নৰ লগত সহযোগিতা কৰা চীনদেশ আৰু ইউৰোপৰ প্ৰগতিশীল শক্তি-সমূহক অধিকতৰ শক্তিশালী কৰি তোলা। গোটেইখন দেশ জাপানীৰ হাতত ছাৰখাৰ হৈ যোৱা ধাৰণাই তেওঁলোকৰ অন্তৰত জুই জ্বলাই দিছিল। ছোভিয়েট ইউনিয়নৰ বিৰুদ্ধে নাৎসীদলৰ বিজয়ৰ কথা কল্পনা কৰিলেও তেওঁলোক কঁপি উঠিছিল। প্ৰকৃত কথা, এই যুদ্ধক সচাঁসচিকৈয়ে "জনযুদ্ধত" পৰিণত কৰাটোৱে তেওঁলোকৰ সমস্যা আছিল।

এই অনিশ্চিত অৱস্থাৰ মাজতে মহাত্মা গান্ধী ওলাই আহিল "ভাৰত ত্যাগ"ৰ মুলমন্ত্ৰ লৈ। তেখেতৰ এই নতুন প্ৰচেষ্টাৰ কথা গান্ধীজীয়ে পৰিস্কাৰ কৈ বুজাই দিছিল যে "ভাৰত-ত্যাগ"ৰ অৰ্থ আছিল বৃটিছ শাসনৰ বহিস্কাৰ মাথোন. মিত্ৰ-শক্তিৰ সামৰিক বাহিনীৰ বহিস্কাৰ নহয়। আক্ৰমণকাৰীক বাধা দিবলৈ সৈন্য সামন্ত থাকিবই। যদি বৃটিছে এই আবেদন অগ্ৰাহ্য কৰে তেন্তে এটি "গণ-

আন্দোলন'ৰ সম্ভাৱনাখো তেখেতে ইঙ্গিত দিছিল। এই ব্যৱস্থাই এদল ভীৰুলোকক ত্ৰস্ত কৰি তুলিলে আৰু তেওঁলোকে ইয়াৰ ভিতৰত ফেচিষ্ট-প্ৰৱণ মনোবৃত্তিৰ গোন্ধ পালে। গান্ধীজী আৰু কংগ্ৰেছৰ বিৰুদ্ধে তেওঁলোকে জাউৰিয়ে জাউৰিয়ে গালি দিবলৈ ধৰিলে :— তেওঁলোকে অকণিকে ভাবি চাবলৈ সময় নেপালে যে গালি-গাৰা-জেই ৰাজনীতি নহয়। ৰাজনীতি হৈছে ডবাৰ খেল, য'ত প্ৰতিটো 'চাল' হৈছে সুচিন্তিত আৰু সুনিশ্চিত। কংগ্ৰেছৰ সমালোচক সকলৰ মতে জাপানীক বাধা দিয়াৰ একমাত্ৰ উপায় সাম্ৰাজ্যবাদৰ ওচৰত আত্ম-সমৰ্পণ কৰা। গান্ধীজী, আৰু পণ্ডিত নেহৰুৰ দৰে আন আন প্ৰগতিশীল নেতা আৰু কংগ্ৰেছ সমাজ তন্ত্ৰীদলৰ মতে সাম্ৰাজ্যবাদৰ ওচৰত আত্ম-সমৰ্পণৰ অৰ্থ আছিল জাপানৰ ওচৰত আত্ম-সমৰ্পণ আৰু তাৰ এক মাত্ৰ অৰ্থ হ'ল চীন আৰু ৰাছিয়াৰ প্ৰগতিশীল শক্তি সমূহক দুৰ্ব্বল কৰা। যি সকলে এই নীতিৰ যৌক্তিকতা সম্পৰ্কে সন্দেহ পোষণ কৰে সিবিলাকৰ ভ্ৰম দূৰ কৰিবলৈ আমি গান্ধীজীয়ে মাৰ্ছেল 'চিয়াংকাই-চেক'লৈ লিখা চিঠিলৈ আঙুলিয়াওঁ। "বৃটিছক ভাৰত ত্যাগ কৰিবলৈ কৰা আবেদনৰ অৰ্থ জাপানীৰ বিৰুদ্ধে ভাৰত-ৰক্ষা কৰিবলৈ কৰা বিধি-ব্যৱস্থা কোনো প্ৰকাৰেই দুৰ্ব্বল কৰাটো নহয়, অথবা আপোনাৰ যুদ্ধত ব্যাঘাত জন্মোৱাও নহয়। ভাৰতে কোনো অত্যাচাৰী বা আক্ৰমণকাৰীৰ ওচৰত শিৰ দোঁৱাব নোৱাৰে কিন্তু তাৰ প্ৰতিৰোধ কৰিবই লাগিব।





আপোনাৰ দেশৰ স্বাধীনতা ৰানচ স্বৰূপে দি, মই মোৰ দেশৰ স্বাধীনতা কিনিব নোখোঁজো। তেনে প্ৰশ্ন উঠিবই নোৱাৰে ; কাৰণ মই নিঃসন্দেহ যে তেনে উপায়েৰে ভাৰতে স্বাধীনতা পাব নোৱাৰে ; আৰু জাপানে ভাৰতবৰ্ষ বা চীনদেশ—এই দুখনৰ যি কোনো এখনৰে ওপৰত প্ৰভুত্ব বিস্তাৰ নকৰক—আন খন দেশ আৰু বিশ্ব-শান্তিৰ পক্ষে ই সমানে অনিষ্টকৰ হব। সেইবাবে এনে প্ৰভুত্ব স্থাপনত বাধা দিবই লাগিব আৰু এই বিষয়ত ভাৰতে স্বাভাৱিক আৰু উপযুক্ত অংশ গ্ৰহণ কৰক—এয়ে মোৰ ইচ্ছা। মই ভাবোঁ যে ভাৰত পৰাধীন থাকে মানে এই কাম কৰাটো অসম্ভৱ"। আমেৰিকাৰ সাংবাদিক লুই ফিছাৰে মন্তব্য কৰিছে—" এইখন চিঠি অত্যন্ত প্ৰমাণিক "। এই নতুন নীতি সম্পৰ্কে গান্ধীজীৰ লগত আলোচনা কৰোঁতে, গান্ধীৰ যুক্তিৰ প্ৰভাৱত লুই ফিছাৰ এনেদৰে মুগ্ধ হৈছিল যে তেওঁ দ্বিধাহীন ভাৱে কৈছিল—' মই আপোনাৰ যুক্তিত সম্পূৰ্ণ প্ৰত্যয় মানিছো যে এনে এটা আন্দোলন আৱশ্যকেই নহয়, ই অৱশ্যম্ভাৱী। যদি আপুনি এতিয়া এই আন্দোলন আৰম্ভ নকৰে, তেন্তে ময়েই কৰিম "। লুই ফিছাৰ ফেচিষ্ট নহয়। তেওঁ এজন গণতন্ত্ৰবাদী—প্ৰকৃত গণতন্ত্ৰবাদী আৰু তেওঁৰ নিজা দেশ সেই সময়ত ফেচিষ্ট শক্তিৰ লগত জীৱন-মৰণ যুদ্ধত লিপ্ত আছিল। গণতান্ত্ৰিক আদৰ্শৰ লগত সামঞ্জস্য ৰাখি আৰু ফেচিষ্ট

সকলৰ অন্তিম ধ্বংশ কামনা কৰিছে তেওঁ এনে এটা আন্দোলনৰ বাবে জোৰ দি ধৰিছিল। তেখেতে এজন প্ৰকৃত ফেচিষ্ট-বিৰোধী লোকৰ মনোভাৱৰেই প্ৰতিধ্বনি কৰিছিল,—কোনো সন্দেহ নাই।

১৯৪২ চনৰ ৮ আগষ্টৰ দিনা, বোম্বেত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশণ বহিল—আমাৰ জাতীয় যুদ্ধৰ ইতিহাসৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ। বিপুল সংখ্যা গৰিষ্ঠ-তাবে "ভাৰত-ত্যাগ" প্ৰস্তাৱ গৃহীত হল। এই প্ৰস্তাৱৰ নিহিত উদ্দেশ্য কাৰ্য্যত পৰিণত কৰিবলৈ এটি "গণ-আন্দোলন" আৰম্ভ কৰিবৰ বাবে নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে মহাত্মা গান্ধীক ক্ষমতা দিলে। কংগ্ৰেছে ঘোষণা কৰিলে—"এইবাবে ভাৰতত বৃটিছ ৰাজত্বৰ অৱসান এটা প্ৰধান আৰু সময়োচিত প্ৰশ্ন; ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে যুদ্ধৰ ভবিষ্যত আৰু স্বাধীনতা আৰু গণতন্ত্ৰৰ সফলতা। স্বাধীন ভাৰতে নাৎসীবাদ, ফেচিষ্টবাদ আৰু সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যথাসৰ্ব্বস্ব দি হলেও সফলতা নিশ্চিত কৰি তুলিব। ই যে অকল যুদ্ধৰ ভাগ্যৰ ওপৰতে প্ৰভাৱ বিস্তাৰ কৰিব এনে নহয় সকলো পৰাধীন আৰু নিৰ্য্যাতিত লোকক সন্মিলিত ৰাষ্ট্ৰসমূহৰ ফালে ঢাল খুৱাব আৰু উক্ত জাতিসমূহক—ভাৰতবৰ্ষও এওঁলোকৰে মিত্ৰ হব—গোটেই পৃথিবীৰ নৈতিক আৰু আধ্যাত্মিক নেতৃত্ব অৰ্পণ কৰিব। পৰাধীন ভাৰত বৃটিছ সাম্ৰাজ্যবাদৰ চিহ্ন হিচাবে ৰৈ থাকিব আৰু





সাম্ৰাজ্যবাদৰ এই কলঙ্কই মিলিত ৰাষ্ট্ৰসমূহৰ ভাগ্যৰ গতি নিৰ্দ্ধাৰণ কৰিব।"

ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাই গ্ৰহণ কৰা প্ৰস্তাৱৰ ভিতৰত এইটোৱেই আটাতকৈ বৈপ্লৱিক প্ৰস্তাৱ। 'জাপানক প্ৰতি-ৰোধ কৰাৰ মনোভাৱ গঢ়ি তুলিবলৈ আমাৰ নেতাসকলৰ ইচ্ছাক্ৰমে "ভাৰত-ত্যাগ" অভিযান আৰম্ভ কৰাৰ আৱশ্যকতা হৈ পৰিছিল। এনে অৱস্থাত, আগন্তুক জাপানী আক্ৰমণৰপৰা দেশৰ নিৰাপত্তা সুনিশ্চিত কৰিবলৈ এয়েই একমাত্ৰ পন্থা আছিল। নিখিল ভাৰত কংগ্ৰেছ কমিটিত, বক্তৃতা-প্ৰসঙ্গত গান্ধীজীয়ে জাপানক স্বাগত কৰা মনোবৃত্তি, অন্তৰৰপৰা একেবাৰে মচি পেলাবলৈ জনতাক কৈছিল। আন আন নেতাই কৈছিল আন্দোলন "চমু আৰু ক্ষিপ্ৰ" হব লাগিব। এই দুটি শব্দ অতি গুৰুত্বপূৰ্ণ, জাপানে ভাৰত আক্ৰমণ কৰাৰ আগতে-গৱৰ্ণমেণ্টৰ পতন আৱশ্যকীয় আছিল। আন্দোলনৰ দ্ৰুত সফলতাৰ কাৰণে যথাসৰ্ব্বস্ব পণ কৰিবলৈ ই আছিল, জনতাৰ প্ৰতি এটি আহ্বান। অপেক্ষাৰ আৰু সময় নাই। গৱৰ্ণমেণ্টক ওফৰাই পঠিয়াবলৈ আৰু পলম কৰিব নোৱাৰি। যিমান সোনকালে জনতাই গৱৰ্ণমেণ্টৰ চাবি-কাঠি হাতত লব পাৰিব জাপানীৰ প্ৰতিৰোধী সংগঠন সিমানেই বেচি বলবান্ হৈ উঠিব। আগষ্ট প্ৰস্তাৱত প্ৰস্তাৱিত সজ্ঘৰ্ষ যে অতি-বিশাল প্ৰকৃতিৰ হব সি দেখা কথা। ভাৰতৰ অধিবাসী প্ৰত্যেক তৰপৰ মানুহৰে ওপৰত ইয়াৰ প্ৰভাৱ

পৰিব লাগিব—এয়েই আছিল পৰিকল্পনা। সঁচা কথা যে—নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশণৰ অনতিপলমে, ভাইচৰয়ৰ লগত চলাব লগীয়া আলোচনা ব্যৰ্থ হলেহে মহাত্মা গান্ধীয়ে আন্দোলন আৰম্ভ কৰাৰ কথা আছিল, কিন্তু তেখেতে তাকে কৰিবলৈ নৌ পাওঁতেই আন আন নেতাসকলেৰে সৈতে বৃটিছ গৱৰ্ণমেণ্টে তেখেতক গ্ৰেপ্তাৰ কৰে আৰু পিচ দিনা পুৱাতেই বিদ্ৰোহ আৰম্ভ হ'ল। আগষ্ট প্ৰস্তাৱৰ থিক পৰিকল্পানুসাৰে এই কাম হৈছিল। নেতাসকলৰ গ্ৰেপ্তাৰেই যথেষ্ট প্ৰমাণ, যে আলোচনা চলাবলৈ গৱৰ্ণমেণ্ট নাৰাজ আৰু কাজে কাজে তাৰ অৰ্থ হৈছে প্ৰস্তাৱৰ পৰিকল্পনা অনুসাৰে আন্দোলন আৰম্ভ হব লাগে। কংগ্ৰেছে এই বিপদৰ কথাও আগেয়েই অনুমান কৰি লৈছিল আৰু সেইবাবেই আগষ্ট প্ৰস্তাৱত স্পষ্ট কৈ কোৱা হৈছিল—"এনে এটা সময় আহিব পাৰে যেতিয়া আৱশ্যকীয় উপদেশ ঘোষণা কৰা সম্ভৱ নহব পাৰে আৰু আমাৰ জনতালৈ উপদেশ পঠিওৱা টান হবপাৰে আৰু যেতিয়া কোনো কংগ্ৰেছ কমিটি বাহাল নাথাকিব পাৰে। যেতিয়া সেয়ে ঘটে, এই আন্দোলনত যোগদিয়া প্ৰতি মুনিহ আৰু তিৰোতাই সাধাৰণ উপদেশৰ চৌহদৰ ভিতৰতে, নিজ নিজ বুদ্ধি অনুসৰি কাম কৰিব লাগিব। স্বাধীনতা অভিলাষী আৰু স্বাধীনতা প্ৰয়াসী প্ৰত্যেক ভাৰতবাসীয়ে নিজে নিজৰ নেতাৰূপে স্বাধীনতাৰ কঠোৰ পথেৰে পৰিচালিত হব য'ত জিৰণি ঘৰ নাই আৰু যি অৱশেষত স্বাধীনতা





আৰু ভাৰতৰ মুক্তিৰ ঠাইলৈ আমাক লৈ যাব।" যি সকলে কয় আন্দোলনৰ কথা, ভাবুকি মাথোন আছিল আৰু দৰাচলতে কংগ্ৰেছে বিপ্লৱ নিবিচাৰিছিল, উপৰোক্ত কথাখিনিয়ে তেওঁলোকৰ মুখ বন্ধ কৰা উচিত। এইটো অৱশ্যে বেচি সুখৰ কথা হ'লহেঁতেন যদি গৱৰ্ণমেণ্টে নেতাসকলক বন্দী নকৰি কংগ্ৰেছৰ দাবী মানি ললেহেঁতেন; কিন্তু সেয়ে হে নুঠিল। কাশীহিন্দু বিশ্ববিদ্যালয়ত এটা বক্তৃতা প্ৰসঙ্গত (১৯৪৫ চনত) পণ্ডিত সুন্দৰলালে খুলি কোৱাৰ দৰে—গৱৰ্ণমেণ্টে নিখিলভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশণৰ বহুদিন আগৰ পৰাই কংগ্ৰেছক আক্ৰমণ কৰিবলৈ সাজু হৈছিল, কাৰণ উক্ত কমিটি বহাৰ তিনি দিন আগতে—আগষ্টৰ পাচ তাৰিখে, সদস্যসকলৰ গ্ৰেপ্তাৰৰ পৰোৱানা বাহিৰ কৰা হৈছিল।

গান্ধীজীৰ শেষ বাণী আছিল " কৰ্ত্তব্য সাধন অথবা মৃত্যু "। ভাৰতৰ বিপ্লৱৰ সৈন্যসকলৰ প্ৰতি এয়েই আছিল সেনাপতিৰ আদেশ। পিচদিনা পুৱাই ভাৰতৰ প্ৰতি চুকে-কোণে বিদ্ৰোহৰ জুই জ্বলি উঠিল। অন্তৰৰ অতি প্ৰবল হাবিয়াসৰ ধন,—স্বাধীনতাৰ আন্দোলন ৰক্ষা কৰিবলৈ সৰ্ব্বস্ব দান কৰিবৰ বাবেও গোটেই খন দেশ প্ৰস্তুত আছিল। অকল বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধেই নহয় কিন্তু এই যুদ্ধ আছিল ভাৰত ভূমিত ভৰি দিব খোজা যি কোনো বিদেশী শক্তিৰ বিৰুদ্ধে। বিহাৰৰ প্ৰধান-মন্ত্ৰি শ্ৰীশ্ৰীকৃষ্ণ

সিংহৰ ভাষাৰে কবলৈ হলে—"পৃথিবীৰ ইতিহাসত দেখা যায় যে যেতিয়া এটা জাতিৰ মাজত কোনো নতুন আদৰ্শ এটিৰ প্ৰতিষ্ঠা হয় তেতিয়া তেওঁলোকে সেই আদৰ্শ তেওঁলোকৰ অনুষ্ঠান সমূহত কাৰ্য্যত পৰিণত কৰিবলৈ যাওঁতে আন এদলৰ লগত সঙ্ঘৰ্ষ উপস্থিত হয়, যাৰ বুনিয়াদী স্বাৰ্থ পুৰণি অনুষ্ঠান সমূহ অপৰিবৰ্ত্তিত থকাৰ ওপৰতে নিৰ্ভৰ কৰে। এই আন্দোলন তেনে এটি বিপ্লৱ।" এই আন্দোলনত জন-সাধাৰণেই নেতৃত্ব গ্ৰহণ কৰিছিল। টাটা কোম্পানীৰ প্ৰায় পঞ্চাশ হেজাৰ বনুৱাই ধৰ্ম্মঘট কৰিছিল। আন আন শিল্পকেন্দ্ৰ সমূহেও এই দৃষ্টান্ত অনুসৰণ কৰিছিল। গাৱেঁ-ভূঞেঁ তো এই বিদ্ৰোহ শিমলু তুলাৰ জুইৰ দৰে বিয়পি গৈছিল। এই অভিশপ্ত বিদেশী শাসনৰ সম্পৰ্ক থকা সকলো অনুষ্ঠান ধ্বংস কৰিবলৈ দৰিদ্ৰজনতা দৃঢ়সঙ্কল্প হৈছিল। দূৰ বিদেশৰপৰা আনি থোৱা হেজাৰ হেজাৰ সৈন্যৰ বাবে ই এটা বঢ়িয়া দৃশ্য হৈ পৰিছিল। দেৰশ বছৰতকৈও অধিককাল তেওঁলোকৰ টেটু চেপি ধৰি থকা সাম্ৰাজ্যবাদী শত্ৰুৰ অতি নিষ্ঠুৰ উৎপীড়ণৰ বিৰুদ্ধে, নিৰস্ত্ৰ জাতি এটাৰ বিদ্ৰোহৰ এই দৃশ্য দেখি তেওঁলোক চাগে আচৰিত হৈছিল। দলে দলে ভাৰতৰ গাৱলীয়া মানুহে— লৰা তিৰোতাৰে সৈতে নিৰ্ভীক ভাবে খোলা বুকুৰে বন্দুকৰ গুলি লবলৈ ওলাই অহা তেওঁলোকে দেখিলে। এই সকলোবোৰ কথাৰ কাৰণ কি—





বোধকৰো তেওঁলোকে নিজেই বিচাৰি উলিয়াব পাৰিছিল। মুক্তি-যুদ্ধৰ এই যুজাৰু দলে তেওঁলোকৰ দৰেই স্বাধীন ভাৱে থাকিব খোজে। প্ৰকৃত জন-সাধাৰণৰ প্ৰতিনিধিমূলক গৱৰ্ণমেণ্ট এটা তেওঁলোকক লাগে আৰু তেতিয়া হলে তেওঁলোকো ফেচিষ্ট জাপানীদল পৰাস্ত কৰিবলৈ দৃঢ়মত। স্থিৰ চিত্তেৰে অলপ বিবেচনা কৰি চালেই বিভিন্ন দেশৰ এই সৈন্যসকলে বুজিব পায় যে যি আদৰ্শ ৰক্ষাৰ বাবে তেওঁলোকৰ নিজ নিজ গৱৰ্ণমেণ্টে তেওঁলোকক ইয়ালৈ যুদ্ধ কৰিব পঠাইছে, ঠিক সেই একে আদৰ্শ ৰক্ষাৰ বাবেই ইয়াতো ভাৰতবাসী মৰিহজিও চেষ্টা কৰিছে। কিন্তু ঘটনাৰ কি ফেৰ! সেই ফেচিষ্ট-বিৰোধী সৈন্যদলকেই ভাৰতবাসীৰ ফেচিষ্ট-বিৰোধী মনোবৃত্তি দমন কৰিবলৈ নিযুক্ত কৰা হ'ল। ই সঁচাকৈয়ে কূট-ৰাজনীতিৰ বিজয়—বৃটিছ ফেচিষ্টসকলৰ কুট-নীতিৰ সাময়িক সফলতা।

এই আন্দোলনৰ প্ৰকৃতি এনে গতিশীল—ইয়াৰ উদ্দেশ্য এনে উচিত আৰু ইয়াৰ ওপৰত কৰা উৎপীড়ণ এনে পাশৱিক আছিল যে ই ভাৰতীয় পুলিচবাহিনীৰ অন্তৰো স্পৰ্শ কৰিছিল। তেওঁলোকৰ অৱস্থা "ন যযৌ ন তস্থৌ" হৈছিল। এটা বিৰক্তিৰ ভাবে তেওঁলোকৰ গোটেই দলটোকে অভিভূত কৰিছিল। হেজাৰ হলেও তেওঁলোক ভাৰতৰ। তেওঁলোকৰ জ্ঞাতি-ভাই বন্ধুকেই গুলীয়াই মৰা হৈছিল। তেওঁলোকৰেই বাই-ভনীৰ ওপৰত পাশৱিক

অত্যাচাৰ কৰা হৈছিল। এই সকলোবোৰ কেনেকৈ তেওঁলোকৰ সহ্য হয়? অনেক ঠাইত শান্ত জনতাৰ ওপৰত গুলি এৰিবলৈ তেওঁলোক অমান্তি হল। মুঠ কথা, বৃটিছ গৱৰ্ণমেণ্টৰ পুলিচৰ ওপৰত অকণো বিশ্বাস নোহোৱা হৈছিল। প্ৰত্যেক ঠাইতে সৈন্য নিযুক্ত কৰা হৈছিল। যদিও পিচত গৈ পুলিচেও সেই বৰ্ব্বৰ দমন নীতিত অংশ গ্ৰহণ কৰিলে গৈ তথাপি আমি অস্বীকাৰ কৰিব নোৱাৰো যে আৰম্ভণিতে তেওঁলোকে আন্দোলনৰ প্ৰতি কিছুপৰিমাণে সহানুভূতি দেখুৱাইছিল।

কিছুমান লোকে—তাৰ ভিতৰত আমাৰ কেগৰাকীমান বিশিষ্ট নেতাও আছে, উচিত হলেও আন্দোলনটিক আকস্মিক আৰু স্বতঃস্ফুৰ্ত্ত বুলিব খোজে, কিন্তু আগষ্ট মাহৰ আগৰ দেশৰ অৱস্থা পুনৰালোচনা কৰি চালেই, ধৰিবলৈ বিশেষ কষ্ট নহব যে আগষ্ট বিপ্লৱ ইতিহাসৰ এটি অৱশ্যম্ভাৱী ঘটনা। লেনিনৰ মতে জাতীয় সঙ্কটৰ সময়ত বিপ্লৱ অপৰিহাৰ্য্য আৰু আগষ্ট বিপ্লৱৰ আগতে এনে এটা সঙ্কটৰ উপস্থিতি কোনে অস্বীকাৰ কৰিব পাৰে? এতেকে সেই আৰ্থিক সঙ্কটৰ সময়ত—আৰ্থিক সমস্যাৰ ইও এটা এৰাব নোৱাৰা স্বাভাৱিক সঙ্গী। সেই সময়ত দেশজুৰি যি অৱস্থা বিয়পি পৰিছিল,—বিপ্লৱ তাৰ অৱশ্যম্ভাৱী পৰিণতি। সৰ্ব্বহাৰাৰ দল অৰ্থাৎ পৰিশ্ৰমেৰে দুমুঠি অৰ্জ্জা কৃষক আৰু বনুৱা বিলাক ইয়াৰ আটাই-





তকৈ সক্ৰিয় সহযোগী আছিল বুলিয়েই যে এই আন্দোলনে গণ-আন্দোলনৰ ৰূপ ধাৰণ কৰিছিল এনে নহয়, বৰঞ্চ ইয়াৰ উপাই আৰু কৌশল আছিল প্ৰধানতঃ জনতাৰ উপযোগী অৰ্থাৎ ধৰ্ম্মঘট আৰু ধ্বংস-কাৰ্য্য।

প্ৰশ্ন উঠিব পাৰে, এই আন্দোলনে প্ৰগতিশীল শক্তি সমূহক কিমান দূৰ সহায় কৰিলে? ই মিত্ৰ শক্তিৰ কাৰ্য্যত ব্যাঘাত জন্মোৱা নাছিল নে? বিপ্লৱ-সংগঠনকাৰীসকলে জাপানৰ হাতত পুতলাৰ দৰে কাম কৰা নাছিল নে? এইবোৰ প্ৰশ্নৰ সঠিক উত্তৰ পাবলৈ হলে সেই সময়ত যুদ্ধৰ গতি সম্পৰ্কে উপকৰাকৈ নহয় সতৰ্কতাৰে সৈতে আলোচনা কৰি চাব লাগিব। অতি সঁচা কথা যে ছোভিয়েট ইউনিয়নে এটা ন্যায্য আদৰ্শৰ বাবে যুজ কৰিছিল। এইটোও সঁচা যে, বৃটিছ সাম্ৰাজ্যবাদে ছোভিয়েট ইউনিয়নৰ লগত মিত্ৰতা স্থাপন কৰিছিল (যদিও তাত নিজৰ স্বাৰ্থই বেচি আছিল) আৰু সামৰিক কৌশলৰ ফালৰ পৰা চাব গলে এই মিত্ৰতা আও-পকীয়াকৈ হলেও ছোভিয়েটৰ কিছু উপকাৰত আহিছিল। কিন্তু ছোভিয়েট ইউনিয়ন, চীনদেশ, হংকং, সিঙ্গাপুৰ, মালয় আৰু ব্ৰহ্ম-দেশৰ এই মিত্ৰশক্তিসকলৰ কথা কোনে নেজানে? তেওঁলোকৰ প আছিল। মিত্ৰশক্তিৰ এই ঠাইবোৰত থকা সকলো সামৰিক শক্তিক জাপানে অতি অলপ দিনৰ ভিতৰতে

চূৰমাৰ কৰি দিলে। মিত্ৰশক্তিৰ নেতাসকলে যাক লৈ গৰ্ব্ব কৰিছিল সেই বিপুল সামৰিক শক্তি ক'ত থাকিল! আচল কথা, স্থায়ী সশস্ত্ৰ বাহিনীৰ বাহিৰেও, যুদ্ধ জিকিবলৈ অইন কিবা এটা বস্তুৰো আৱশ্যকতা আছে আৰু সেই বস্তুটোৱেই হৈছে ৰাইজৰ সহায় বা ৰাইজৰ সহানুভূতি—তেহেলৈ যি নামকে আমি তাক নিদিওঁ মিত্ৰপক্ষই তাক তেওঁলোকৰ সপক্ষে আকৰ্ষণ কৰিব নোৱাৰিলে। এই অভিনয়ৰ আটাইতকৈ শোচনীয় দৃশ্য ঘটিল ব্ৰহ্মদেশ আৰু অন্যান্য ঠাই শত্ৰুয়ে আক্ৰমণ কৰিলত, যেতিয়া অ-সামৰিক জনতাৰ এক অংশই সিহঁতক সঁচা সচিকৈয়ে সহায় কৰিলে। ব্ৰহ্মদেশৰ অৱস্থাই ভাৰতৰ সম্ভাৱ্য ভবিষ্যতৰ ওপৰত ৰেখাপাত কৰিলে। আমাৰ নেতাসকলৰ পক্ষে এই কথাটো ভবা অতি স্বাভাৱিক হৈ পৰিছিল যে ভাৰততো বৃটিছ সৈন্য জাপানীৰ আগত টিকিব নোৱাৰিব,—ব্ৰহ্মদেশৰ পতনৰ পাচত এয়েই আছিল এৰাব নোৱাৰা পৰিণাম। এই কথাও সন্দেহৰ অতীত আছিল যে ভাৰত দখল কৰাৰ অনতিপলমে আৰু জাৰ্ম্মানীৰ লগলাগি ছোভিয়েটক সেকা দিবলৈ আগবাঢ়ি আহিবলৈকে সিহতে যত্নৰ কোনো ত্ৰুটি নকৰিব। জাপানীৰ এই দুৰাকাঙ্ক্ষা ৰোধ কৰিবৰ উপায় কি? গোটেইখন দেশৰ ভাৱ বৃটিছ গৱৰ্ণমেণ্টৰ দয়াৰ ওপৰত এৰি দিয়াটোৱেই নিশ্চয় নহয়। যুদ্ধৰ প্ৰতি ভাৰতৰলোক উদাসীন হৈ পৰিছিল। জাপানক-বাধা দিয়া মনৰ অৱস্থা তেওঁলোকৰ নাছিল। তেওঁলোকৰ





পক্ষে জাপানীৰ প্ৰবেশৰ অৰ্থ,—গৰাকীৰ সালসলনি মাত্ৰ। আমাৰ নেতাসকলে এই বিপদ আগধৰি দেখা পাইছিল! প্ৰতিৰোধৰ মনোভাব নোহোৱা, শান্তিপূৰ্ণ ভাৰতবৰ্ষ হেলাৰঙ্গে জাপানীৰ গ্ৰাসৰ সামগ্ৰী হৈ উঠিব। বিদেশী শাসনৰ বিৰুদ্ধে বিৰাট আন্দোলনৰ বাবে তেওঁলোকে দেশবাসীক আহ্বান জনালে। জনতাৰ মনত জাপানীৰ প্ৰতিৰোধী মনোবৃত্তি জগোৱাৰ এয়েই আছিল একমাত্ৰ উপায়। তেওঁলোকে তেনে কৰাৰ অৰ্থ-হৈছে এয়ে যে বৃটিছৰ পৰাজয় সুনিশ্চিত আছিল আৰু তেওঁলোকে ইচ্ছা নকৰিছিল যে ব্ৰহ্ম-ৰণাঙ্গনৰ দৃশ্য পুনৰ ভাৰতত অভিনীত হ'ক। দুৰ্ভাগ্যৰ কথা এইখিনিতে যে এই আন্দোলনৰ সমালোচক যিসকল তেওঁলোকেও নিজক মাৰ্ক্স-বাদী বুলি কয়। এইখিনিতে তেওঁলোকৰ নেতা কমৰেড্ পূৰণ চন্দ্ৰ যোশীৰ তাৎপৰ্য্যপূৰ্ণ কথা কেষাৰমান তুলি দিয়া উচিত হব—"পৃথিৱী-শাসন আৰু সাম্ৰাজ্য অটুট ৰাখিবলৈ বৃটিছ আৰু আমেৰিকাৰ সাম্ৰাজ্যবাদীসকলে যি নীতিকে অনুসৰণ নকৰক—সিয়েই জনশক্তিৰ পক্ষৰ পৰা ফেচিষ্টসকলৰ ৰণ নৈতিক দেখাদেখিকৈয়ে সহায় কৰিব।" অইন এঠাইত তেওঁ কৈছে—"ফেচিষ্টবিৰোধী পক্ষৰ বুৰ্জ্জোৱা গৱৰ্ণমেণ্ট সমূহে যি স্বাৰ্থপৰ সাম্ৰাজ্যবাদী নীতি অনুসৰণ কৰে সি সামূহিক কাৰ্য্যকো দুৰ্ব্বল কৰে আৰু জনতাৰ উদ্দেশ্যত বিধি পথালি দিয়ে। যদি এই নীতিকে বাহাল থাকিব দিয়া যায় তেন্তে ই জনযুদ্ধৰ বিজয়ক পৰাজয়তহে পৰিণত কৰিব।" অৱশেষত

তেওঁ দেখুৱাইছে--"সাম্ৰাজ্যবাদী নীতিক পৰাস্ত কৰাৰ যুদ্ধ, ফেচিষ্টবাদ পৰাস্ত কৰা যুদ্ধৰ অপৰিহাৰ্য্য অঙ্গ হৈ পৰেগৈ। বৃটিছ আৰু আমেৰিকাৰ সাম্ৰাজ্যবাদ এই অভিশাপৰ সন্মুখীন হৈছে।" এনেকুৱা সাম্ৰাজ্যবাদী নীতি পৰাস্ত কৰাই যে আগষ্ট বিপ্লৱৰ উদ্দেশ্য আছিল সেই কথা কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰি। বৃটেনৰ এনেকুৱা সাম্ৰাজ্যবাদী ন পৰাস্ত কৰাই আগষ্ট আন্দোলনৰ অভিপ্ৰায় আছিল ; কিন্তু আমাৰ কমৰেড্ যোশীৰ মতে—বিনা-যুদ্ধে বৃটিছক যুদ্ধত সহায় কৰাটোৱেই এনে নীতি পৰাস্ত কৰাৰ একমাত্ৰ উপায় আছিল। তেওঁ বুজিব নোৱাৰিলে যে এনে স্বৰ্ত্তহীন সাহায্যই জনতাক নিজৰ নীতি অনুসৰি এই ৰণ যুজিবলৈ সুযোগ নিদিব। বৰঞ্চ সাম্ৰাজ্যবাদৰ ওচৰত আত্ম-সমৰ্পণ হব. সাম্ৰাজ্যবাদৰ পৰাজয় নহয়।

আকৌ এইটো অভিযোগো কৰা হয় যে ধ্বংসকাৰীসকলে নিয়মিত ভাবে সৈন্য চলাচল কৰাত বাধা দিয়া বাবে ই জাপানীক সহায় কৰিছিল। যাতায়াতৰ পথ বিচ্ছিন্ন কৰি দিলে জাপ-সৈন্যৰ চলাচলত কেনেকৈ সুযোগ-সুবিধা ঘটে আমি ভাবি বিবুদ্ধি হওঁ। ধ্বংসকাৰ্য্যৰ যৌক্তিকতা অকল এয়ে নহয় যে সাময়িক ভাবে সশস্ত্ৰ বাহিনীয়ে বিপ্লৱ দমন কৰাত বাধা পায় কিন্তু আগন্তুক জাপ-আক্ৰমণৰ বাবেও ই দৰ্কাৰী আছিল। গৱৰ্ণমেণ্ট অচল কৰি, জাপানীয়ে





আচলতে আক্ৰমণ আৰম্ভ কৰাৰ আগতে শাসনৰ চাবি-কাঠি জনতাৰ হাতলৈ আনিবলৈ ই এটা উপায় আছিল। জনতাৰ হাতলৈ শাসন ভাৰ অহাৰ আগতে জাপানীয়ে যদি সফলতাৰ সৈতে আক্ৰমণ চলালেও হেঁতেন, এনে এখন বিৰাট দেশ দখল কৰাত প্ৰতিবন্ধক দিবলৈ ধ্বংস কাৰ্য্যাই উৎকৃষ্ট উপায় আছিল। মুঠ কথা, বৃটিছৰেই হওক বা জাপানৰেই হওক,—সকলো প্ৰকাৰৰে নিষ্পেষণৰ বিৰুদ্ধে অন্তৰত বিদ্ৰোহৰ একুৰা জুই জ্বলি উঠা ভাৰতৰ অনা-অফিচিয়েল ফেচিষ্ট-বিৰোধী সৈনিকৰ,—ধ্বংস কাৰ্য্য আছিল এটি যুদ্ধৰ কৌশল। প্ৰতিৰোধৰ এই দৃঢ় ইচ্ছা যি জগাই তুলিলে আৰু যাৰ ব্যতিৰেকে জনতাৰ নৈতিকতা আৰু কাৰ্য্যক্ষমতা ধ্বংশ হ'ল হেতেন সেই বিপ্লৱৰ সংগঠনকাৰীসকলক ধন্যবাদ !

আন্দোলনে কাৰ ওপৰত দকৈ আঘাত হানিলে ? অস্বীকাৰ কৰিবৰ উপায় নাই যে অনাহাৰত প্ৰাণ হেৰুৱা লাখ লাখ মানুহৰ জীৱনৰ বিনিময়ত ডাঙৰ ডাঙৰ ব্যৱসায়ীসকলে যুদ্ধৰ ভিতৰত অজস্ৰ লাভ আৰ্জ্জিলে। ভাৰতৰ পুজিপতিসকল আজি যেনে শকত, তেনেকুৱা আৰু কোনো দিনে নাছিল। যুদ্ধখন, তেওঁলোকৰ কাৰণে এটা আশীৰ্ব্বাদ স্বৰূপে আহিছিল—সন্দেহ নাই। "ৰ'দ থাকোতে খেৰ শুকোৱা" নীতি, তেওঁলোকে বঢ়িয়াকৈ বুজিছিল। এৰা,—বেলিৰ পোহৰ জিলিকি আছিল—বৃটিছ সাম্ৰাজ্যবাদৰ ৰশ্মি আৰু

পৃথিবীব্যাপী যুদ্ধ। ভাৰতত তেওঁলোকৰ বন্ধু, এই "তেজপিয়া" সকলক উৎসাহ দিয়াত বৃটিছ ৰাজনীতিৰ কোনো ভুল হোৱা নাছিল। আমাৰ জাতিৰ বিদেশী শত্রুৰ আৰু দেশীয় শত্রুবিলাকৰ এই সহযোগ একো অ-স্বাভাৱিক কথা নাছিল। ইয়াত আচৰিত হব লগীয়া একো নাই। যিয়েই নহওক, তেওঁলোক শোষণকাৰী—মিলিত স্বাৰ্থৰ কি উৎকৃষ্ট পটন্তৰ! এতেকে দেখা গ'ল, এই আন্দোলন ভাৰতীয় পুঁজিপতিসকলৰ বিপক্ষে আছিল। খাদ্যশস্যৰ প্ৰকৃত উৎপাদকসকলৰ লৰা-ছোৱালী যেতিয়া অনশনত লালকাল, এমুঠি পুজিপতিৰ গুদাম ঘৰ আৰু গুপ্ত-ভড়ালত হেজাৰ হেজাৰ মোণ শস্য ভৰি আছিল ইয়াৰ স্বাভাৱিক পৰিণতি হ'ল এয়ে যে অনেক ঠাইত খাদ্যৰ বাবে সজ্ঘৰ্ষ উপস্থিত হ'ল। তাতকৈও স্বাভাৱিক কথা এই যে ধনতান্ত্ৰিক গৱৰ্ণমেণ্টে সেই সজ্ঘৰ্ষ দমন কৰিবলৈ সৈন্য পঠাবলৈ ধৰিলে—ফলত মজুতকাৰীসকলে দুৰ্নীতিমূলক চোৰ বজাৰৰ আশ্ৰয় ললে।

এতেকে অধিক দাম দি চোৰ-বজাৰত কিনিব পৰা ওপৰ শ্ৰেণীৰ মানুহৰ বাবেহে সকলো বস্তু সুলভ আছিল,—দুবেলা দুমুঠি খাব নোপোৱা দৰিদ্ৰ সৰ্ব্বস্বান্ত জনতাৰ বাবে নহয়। এনেধৰণৰ অনাচাৰ বন্ধ কৰিবলৈকেহে কোনো বিপ্লৱীয়ে খাদ্য-সজ্ঘৰ্ষৰ কথা কৈছিল। যোশীৰ কমিউনিষ্টদলে আকৌ সমালোচনাৰ ঢৌ তুলিলে।





তেওঁলোকৰ মতে মুনাফাখোৰ আৰু মজুতদাৰক প্ৰতিৰোধ কৰাৰ একমাত্ৰ মহাস্ত্ৰ হৈছে নিয়ন্ত্ৰণ আৰু বিতৰণ প্ৰথা। অৱশ্যে নিয়ন্ত্ৰণ আৰু বিতৰণ প্ৰথা বেয়া নহয় কিন্তু কথা হৈছে ইয়াৰ উদ্দেশ্য কিমান দূৰ সাধন হব? এইটো হৈছে মূল প্ৰশ্ন, আৰু এই প্ৰশ্ন অতি উজু নহয়। যি গৱৰ্ণমেণ্টৰ মূল শক্তিয়েই হৈছে যিমানে পৰা যায় সিমান শোষণ কৰাৰ ওপৰত সেই গৱৰ্ণমেণ্টেই ইয়াৰ প্ৰবৰ্ত্তণ কৰোঁতা আৰু গৱৰ্ণমেণ্টৰ গোটেইটি শাসন যন্ত্ৰই, দুৰ্নীতিৰ নামান্তৰ মাথোন হৈ পৰিল। গৱৰ্ণমেণ্ট কৰ্ম্মচাৰীৰ নৈতিকতা ইমান তললৈ আৰু কোনোদিনে নমা নাছিল। এই পদ্ধতিয়ে, বৰ বেচি সৰু-সুৰা মুনাফাখোৰক কিছু বাধা দিব পাৰে কিন্তু ডাঙৰ ডাঙৰ "তেজপিয়া" সকলে অতি সহজে সৰু কেৰাণীটিৰ পৰা আৰম্ভ কৰি ডাঙৰ মুৰব্বীটিলৈ সকলোকে টকাৰে বশ কৰি লব পাৰে। তাৰোপৰি স্ব-ইচ্ছাতে কোটি কোটি টকা যুদ্ধ-ভড়ালত দান কৰা পুঁজিপতি সকলক মুৰ্খ বুলিব নোৱাৰি। তেওঁলোকে জানিছিল যে দানৰ বিনিময়ত তেওঁলোকে জনতাক শুহিবলৈ সুবিধা পাইছিল। গৱৰ্ণমেণ্টেই বা তেওঁলোকক সেই কামত বাধা দিব কিয়? তেওঁলোকেই জানো যুদ্ধৰ মূল খৰচ বহন কৰা নাই? যুদ্ধ-প্ৰচেষ্টাত কোনো বিঘিনি আহিব দিব নোৱাৰি প্ৰকৃত মাৰ্ক্সবাদী এজনে এই কথা তৎক্ষণাৎ গম পাব। তেওঁ সঠিককৈ জানে যে যিমান প্ৰশংসনীয় ব্যৱস্থাই নহওঁক কিয়,—যদি সি এনে এটা গৱৰ্ণমেণ্টৰ দ্বাৰা প্ৰবৰ্ত্তিত

হয় যাৰ স্বাৰ্থ, শোষণ কাৰীসকলেৰে সৈতে একে-তেন্তে অৱশেষত গৈ সি সেই শ্ৰেণীবিশেষৰ স্বাৰ্থ হে পুৰণ কৰিব। সেই বাবেই বিপ্লৱৰ নেতাসকলে গৱৰ্ণমেণ্টৰ শাসন-যন্ত্ৰ বিকল কৰি তাৰ ঠাইত কৃষক আৰু বনুৱাৰ স্বাৰ্থ ৰক্ষণকাৰী শাসন প্ৰতিষ্ঠা কৰিবলৈ জনতাক আহ্বান জনাইছিল। জনতাক শোষণ কৰিবলৈ পুঁজিপতিসকলে সকলো প্ৰকাৰৰে উপায় অবলম্বন কৰিছিল। তেওঁলোকে খেতিয়কৰ পৰা কম মূল্যত খাদ্যশস্য আৰু আন আন বস্তু কিনি লয়, আৰু বেচেৰাইতৰ নিজৰ ভঁড়াল উদং হলেই, হয় সিহঁতে পেটত বান্ধ দিব লগীয়া হয়, নহয় নিজে আগতে বেচি পেলোৱা শস্যকেই দুগুণ বা ততোধিক দাম দি কিনিব লগীয়াত পৰে। বিপ্লৱৰ নেতাসকলে এই বিপদৰ বিষয়ে ৰাইজক সতৰ্ক কৰি দিছিল আৰু তেওঁলোকৰ নিজৰ ভিতৰতে আৱশ্যকীয় বস্তু সাল-সলনি কৰি লবলৈ উপদেশ দিছিল। গৱৰ্ণমেণ্ট আৰু তেওঁলোকৰ ঢামা ধৰা—এই দুইটি চৰাইকে একে দলিৰে মাৰিবলৈ এই উপায় উদ্ভাৱন কৰা হৈছিল।

জমিদাৰে আৰু অতীত কালৰ সামন্ত-প্ৰথাৰ স্মৃতি-স্তম্ভসকলৰ কি ঘটিছিল? তেওঁলোক বৃটিছ গৱৰ্ণমেণ্টৰ "মুধচ'ৰ খুঁটা" বুলি জনাজাত। সচাঁসঁচিকৈয়ে তেওঁলোকে 'ঘাই খুটা'ৰ কাম কৰিছিল আৰু বিপ্লৱৰ ভিতৰত তেওঁলোকৰ নামৰ সাৰ্থকতা প্ৰমাণ কৰিছিল। বহু ঠাইত, তেওঁলোকে পুলিচক সহায় কৰা আৰু দেশ প্ৰেমিকৰ





পিচলোৱা দেখা গৈছিল। মিটিং আৰু শোভাযাত্ৰাৰ সংগঠক সকলক পুলিচে নহয়, কিন্তু বৃটিছ-শাসনৰ এইবোৰ অবৈতনিক অভিভাৱকৰ বেতন খোৱা গুণ্ডায়ো আক্ৰমণ কৰা আৰু নৃশংস ভাবে আচৰণ কৰাৰ অসংখ্য দৃষ্টান্ত দিব পাৰি। তেওঁলোকেও ধ্বংসকাৰী বিপ্লৱী-সকলক পঞ্চমবাহিনী আৰু জাপানৰ এজেণ্ট বুলি আখ্যা দিছিল। মিত্ৰ পক্ষৰ উদ্দেশ্যৰ প্ৰতি সহানুভূতিশীল হৈয়ে তেওঁলোকে এই-বিলাক কথা কৈছিল নে? মুঠেই নহয় বৰঞ্চ, তেওঁবিলাকে দেখিছিল যে বিপ্লৱৰ এই সৈনিক সকলৰ নেতৃত্বতেই ৰায়তসকলে কেবাবাৰো তেওঁলোকৰ (জমিদাৰসকলৰ) বিৰুদ্ধে বিদ্ৰোহৰ নিচান তুলিছিল। এনে এটা দৃষ্টান্ত দিব পাৰি বিহাৰৰ 'ডুম্‌ৰাও ষ্টেটত' (Dumrao State) য'ত শাসনৰ দায়ীত্ব বহন কৰা কৰ্ত্তৃপক্ষৰ জঘন্য অত্যাচাৰৰ স্মৃতি সেই ঠাইৰ মানুহৰ মনৰ পৰা কেতিয়াও মচা নাযাব। কিন্তু 'মহাৰাজা' আৰু তেওঁৰ "দোলাভাৰী সকলকেই" বা দোষ দিওঁ কিয়? তেওঁলোকে কেৱল নিজ নিজ স্বাৰ্থ ৰক্ষাৰ বাবেই খাটিছিল। তেওঁলোকে থিৰেকৈ ধৰিছিল যে ভাৰতত বৃটিছ শাসনৰ অন্ত পৰা মানে তেওঁলোকৰ অন্তিম মুহূৰ্ত্তৰ আগমন।

বিপ্লৱ পৰাস্ত হ'ল কিন্তু ইয়াৰ অকৃত-কাৰ্য্যতাই কোনো প্ৰকাৰেই ইয়াৰ যৌক্তিকতাৰ ওপৰত আঁচোৰ নেপেলায়। ই কৃতকাৰ্য্য হোৱা হেঁতেন, 'আজাদ হিন্দুস্থানে' পৃথিবীৰ প্ৰগতিশীল শক্তি সমূহৰ গুৰি শকত কৰিলেহেঁতেন। ভাৰতবৰ্ষ আজি ছোভিয়েট ইউনিয়ন

আৰু চীনৰ পক্ষে এটা মূল্যবান শক্তি হ'ল হেঁতেন। পৃথিবীৰ আটাইতকৈ ডাঙৰ এই সাম্রাজবাদী শক্তিৰ বিৰুদ্ধে ভাৰতৰ জয়লাভে, বিশ্বজুৰি সাম্রাজ্যবাদৰ মৃত্যু-শিঙ্গা বজালেহেঁতেন। ই এচিয়াৰ ঔপনিবেশিক জাতি সমূহক চিৰদিনৰ বাবে সাম্রাজ্যবাদ মচি পেলাবলৈ প্রেৰণা যোগালেহেঁতেন। আজি ইণ্ডোনেচীয়সকল নিজৰ অস্তিত্বৰ কাৰণে যেতিয়া জীৱন-মৰণ সংগ্রামত লিপ্ত, স্বাধীন ভাৰতে নিঃসন্দেহে তেওঁলোকৰ আটাইতকৈ সক্রিয় মিত্র বুলি পৰিচয় দিলে হেঁতেন। যিবিলাক ভাৰতীয় সৈন্যই আজি সাম্রাজ্যবাদৰ সপক্ষে যুজ কৰিছে, তেওঁলোকে তেতিয়া ইণ্ডোনেচিয়াৰ শত্রুক পৰাস্ত কৰিবলৈ সিবিলাকক সহায় কৰিলেহেঁতেন।

কিন্তু বিপ্লৱ অকৃতকার্য্য হ'ল ভাল সংগঠনৰ অভাৱত। গৱৰ্ণমেণ্ট বিকল কৰাত জনতা কৃতকার্য্য হৈছিল কিন্তু গৱৰ্ণমেণ্টৰ ঠাই দখল কৰিবলৈ তেওঁলোকৰ সঙ্গঠিত কোনো শাসন যন্ত্র নাছিল। ভাৰতত বৃটিচ-ৰাজৰ ইতিহাসত—এই সৰ্ব্ব প্রথমে গৱৰ্ণমেণ্টৰ শাসন-কার্য্য কিছুদিনৰ কাৰণে হলেও বন্ধ হৈছিল। বালিয়া, ছাতাৰা, বিহাৰৰ কিছু অংশ আৰু বঙ্গদেশৰ মেদিনীপুৰ আদি ঠাইত গৱৰ্ণমেণ্টে পূৰ্ণদখলৰ কৌশল অবলম্বন কৰিব লগীয়া হৈছিল। কিন্তু সংগঠিত নোহোৱা বাবে জনতাই বেচি দিন প্রতিৰোধ কৰিব নোৱাৰিলে। সেই বিৰাট আন্দোলনৰ নেতা কমৰেড্ জয়প্রকাশ





নাৰায়ণৰ ভাষাৰে কবলৈ হলে "জাতীয় বৈপ্লৱিক শক্তিৰ উপযুক্ত সংগঠন নথকা বাবে তেওঁলোকে টিকি থাকিব নোৱাৰিলে আৰু যি বিৰাট শক্তিৰ উদ্ভৱ হৈছিল তাক উপযুক্ত নেতৃত্ব যোগাব নোৱাৰিলে কংগ্রেছ এটা বিৰাট অনুষ্ঠান হলেও, যিমানলৈকে বিপ্লৱৰ ঢৌ উঠিব লাগিছিল তালৈকে ই সাজু নাছিল।"

কোনো কোনো সমালোচকে "উপযুক্ত সময়ৰ" অজুহাত উলিয়াই বিপ্লৱৰ অসফলতাৰ কাৰণ নিৰ্দ্দেশ কৰিব খোজে, আৰু তথাপি তেওঁলোকে নিজক মাৰ্ক্সবাদী বুলি দাবী কৰিব খোজে—আন কি মাৰ্ক্সবাদৰ এদনীয়া অধিকাৰী বোলাব খোজে। আনহাতে কমৰেড্ জয়প্রকাশ নাৰায়ণৰ মতে "উপযুক্ত সময়ৰ আগমনলৈ বিপ্লৱে বৈ নেথাকে"। এইয়া এজন প্রকৃত মাৰ্ক্সবাদীৰ কণ্ঠস্বৰ! ভাৰতৰ কু-খ্যাত মাৰ্ক্সবাদৰ দলত্যাগীসকলক, আমি সোঁৱৰাই দিব খোজো,—কাৰ্ল মাৰ্ক্সে নিজে "পেৰী কমিউন"ৰ প্রতি কি নীতি অৱলম্বন কৰিছিল। লেনিনৰ ভাষাত কব গলে—"এইটো সুবিদিত যে ১৮৭০ খৃষ্টাব্দৰ শৰৎকালত, "পেৰী কমিউন"ৰ কেইমাহমান মাথোন আগতে মাৰ্ক্সে পেৰীৰ বনুৱাসকলক সতৰ্ক কৰি দিছিল যে গৱৰ্ণমেণ্টক পৰাস্ত কৰিব খোজা চেষ্টা হতাশ হব লগীয়া মুৰ্খামি হবগৈ। কিন্তু ১৮৭১ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত যেতিয়া বনুৱাসকলৰ ওপৰত নিশ্চিত যুদ্ধ এখন জাপি দিয়া হ'ল আৰু বনুৱাসকলে সেই ৰণৰ

আহ্বান গ্ৰহণ কৰিলে, যেতিয়া বিপ্লৱ সুনিশ্চিত কথা হৈ পৰিল, মাৰ্ক্সে এই গণ-বিপ্লৱক আটাইতকৈ বেচি উৎসাহেৰে সৈতে স্বাগত কৰিলে, যদিও তাৰ ভবিষ্যত নিৰাশাজনক আছিল। মাৰ্ক্সে—"অসময়ৰ আন্দোলন" বুলি পণ্ডিতালি দেখুৱাই গালি পৰা বিধৰ কঠোৰ দৃষ্টি ভঙ্গী লোৱা নাছিল।"

"... ... ... যি কমিউনাৰ্ডসকলক তেওঁ "স্বৰ্গ জয়কাৰী" বুলি নিজে আখ্যা দিছিল তেওঁলোকৰ বীৰত্ব দেখি যে মাৰ্ক্স অকল উৎসাহিত হৈছিল এনে নহয়। তেওঁ দেখিছিল জনতাৰ ভিতৰত বৈপ্লৱিক আন্দোলন—যদিও ইয়াৰ ঈপ্সিত লক্ষ্যত উপনীত হব নোৱাৰিলে গৈ, আৰু দেখিলে অতিশয় গুৰুত্বপূৰ্ণ ঐতিহাসিক পৰীক্ষা, বিশ্ব-গণ-বিপ্লৱৰ কিছু অগ্ৰগতি আৰু শ, শ কাৰ্য্যক্ৰম আৰু আলোচনাতকৈও বেচি মূল্যবান কাৰ্য্যকৰী পন্থা ("ৰাষ্ট্ৰ আৰু বিপ্লৱ"—লেনিন ৩য় আধ্যায়)। আৰু মাৰ্ক্সীয় নীতিৰ পূৰা সন্মান ৰক্ষা কৰিয়েই জয়প্ৰকাশ আৰু তেওঁৰ সঙ্গীসকলে "স্বৰ্গ বিজয় কৰিব ওলোৱা" ভাৰতীয় জনতাৰ বিপুল উদ্যমৰ ঢৌক স্বাগত কৰিছিল। মাৰ্ক্সৰ দৰে তেওঁলোকেও "ঈপ্সিত লক্ষ্যত উপস্থিত হব নোৱাৰিলেও" আগষ্ট বিপ্লৱত দেখিছিল—"অতিশয় গুৰুত্বপূৰ্ণ ঐতিহাসিক পৰীক্ষা,—বিশ্ব-গণ বিপ্লৱৰ কিছু অগ্ৰগতি।" যি সকলে খোলা-খুলিকৈ আন্দোলনৰ নিন্দা কৰিছিল,—যদি সেইবোৰৰে





লগত এওঁলোকেও হাত মিলালে হেতেন, তেন্তে, বৈপ্লৱিক আন্দোলনৰ অগ্ৰদূত, সৰ্ব্বহাৰা জনতাৰ এটা প্ৰকাণ্ড অংশ—সম্পূৰ্ণ ভাবে নিৰুৎসাহ হৈ পৰিল হেতেন। আৰু বহুতদিনলৈকে বিপ্লৱৰ নাম-টোৰ প্ৰতিও তেওঁলোকৰ অৰুচি জন্মিল হেতেন। অকল ছদ্মবেশী মাৰ্ক্সবাদীয়েহে এইদৰে জনতাক ফাকি দিব পাৰে।

আগষ্ট বিপ্লৱ, বহুত বিষয়ত ১৯০৫ চনৰ ৰাছিয়াৰ বিপ্লৱৰ নিচিনা আছিল। ১৯০৫ খৃষ্টাব্দৰ ৰাছিয়াৰ বিপ্লৱৰ দৰে ভাৰতৰ জনতাকো গৱৰ্ণমেণ্টেই বিদ্ৰোহী হবলৈ বাধ্য কৰিছিল। ভাৰতৰ অতি অশিক্ষিত আৰু পিছপৰা এই তৰপৰে জনতাই, ১৯৪২ চনৰ আগেয়ে ভাৰতৰ স্বাধীনতাৰ আন্দোলনত, ইমান সক্ৰিয় ভাবে আৰু জোৰেৰে কোনো দিনে অংশ গ্ৰহণ কৰা নাই। বাস্তৱ পক্ষত, তেওঁলোকেই আছিল। বিপ্লৱৰ নেতা ১৯০৫ চনৰ বিপ্লৱ সম্পৰ্কে লেনিনে কৈছিল "জনতাৰ বৈপ্লৱিক-শক্তিৰ দুৱাৰ মুখ আগতকৈ বহলকৈ খোলা হ'ল।" আগষ্ট বিপ্লৱৰ বিষয়েও সেই একে কথাকেই বুকু ডাঠি কব পৰা যায়। ই জনতাক প্ৰকৃত শিক্ষা দিলে. কাৰণ লেনিনৰ কথাত—"জনতাৰ প্ৰকৃত শিক্ষাক স্বাধীন, ৰাজনৈতিক আৰু বিশেষকৈ জনতাৰ বৈপ্লৱিক আন্দোলনৰ পৰা পৃথক কৰিব নোৱাৰি। শোষিত শ্ৰেণীক অকল আন্দোলনেইহে শিক্ষা দিয়ে। অকল যুদ্ধইহে ইয়াৰ নিজৰ শক্তিৰ পৰিমাণ ব্যক্ত কৰি দিয়ে—দৃষ্টি কোণ বহলাই দিয়ে—

কাৰ্য্যক্ষমতা বঢ়াই দিয়ে,—মনৰ ধাৰণা পৰিস্কাৰ কৰে আৰু ইচ্ছা শক্তিক এটি স্পষ্ট ৰূপ দিয়ে।'

যদি ১৯০৫ চনক ১৯১৭ চনৰ বিপ্লৱৰ আখৰা বুলি কব পাৰি তেন্তে ১৯৪২ চনো ভাৰতীয় স্বাধীনতাৰ আগন্তুক বিপ্লৱৰ আখৰা বিশেষ। আনকি, শোষণ আৰু সাম্ৰাজ্যবাদৰ অত্যাচাৰৰ বিৰুদ্ধে কৰা শ্ৰেষ্ঠ বিপ্লৱৰ অন্যতম হিচাপে, আগষ্ট বিপ্লৱ বুৰঞ্জীৰ পাতত চিৰদিন ৰৈ থাকিব।

বিপ্লৱ চিৰজীৱী হওক।

বিপ্লৱী সৰ্ব্বহাৰা জনতা চিৰজীৱী হ'ক।

——০ঃ(*)ঃ০——শ্ৰী শশধৰ কুমাৰ সিংহ।



## —এটম্ বোমা—

১৯৪৫ চনৰ ৬ আগষ্ট তাৰিখৰ জগতৰ বুৰঞ্জীত এটি স্মৰণীয় দিন। সিদিনাই এক নতুন যুগৰ সূত্ৰপাত যি যুগক বৈজ্ঞানিক সকলে "পৰমাণু-যুগ" ( atomic age ) বুলি আখ্যা দিছে। ছয়-ছৰ কাল দিনৰাতি ব্যাপি হাজাৰে হাজাৰে বোমাৰু বিমানৰ পৰা বৰষুণৰ টোপ পৰা দি বোমা পৰা স্বত্বেও যি বিশ্বগ্ৰাসী মহাসমৰ চলি আছিল, আৰু বা কিমান দিন সি চলি থাকিল হেতেন দুটা মাথো " এটম্ বোমাৰ " দ্বাৰা তাৰ অৱসান ঘটিল।

জাপান সাম্ৰাজ্য আমাৰ পৰা পূৱত অৱস্থিত আৰু সেই কাৰণে তাত সূৰ্য্য আমাৰ ইয়াতকৈ প্ৰায় ২৪ ঘণ্টা আগতে উঠে। জাপানতে প্ৰশান্ত মহাসাগৰৰ দাঁতিত হিৰোচিমা এখন অতি পুৰণি চহৰ তাৰ লোক সংখ্যা বোমা পৰাৰ আগলৈকে ৩ লাখ আছিল। যুদ্ধৰ কাৰণে নানাতৰহৰ অসুবিধা হোৱা স্বত্বেও, দীঘল দিন ধৰি যুদ্ধ চলি থকাৰ কাৰণে মানুহে সেইবোৰ অসুবিধাৰ ভিতৰেদি চলিবলৈ অভ্যস্ত হৈ উঠিছিল। ছয় আগষ্টৰ দিনা ৰাতিপুৱা হিৰোচিমা নগৰৰ মানুহ দৈনন্দিন কামত ব্যস্ত। তেওঁলোকে ভবা নাছিল যে সিদিনা মহাকালে সংহাৰ মূৰ্ত্তি ধৰি হিৰোচিমালৈ আহিব ধৰিছে।

শত্ৰু পক্ষৰ আক্ৰমণৰ আশঙ্কা অৱশ্যে চায়েই আছিল। কিন্তু তেওঁলোকে ভাবিছিল, বিপদ সঙ্কেট বাজি উঠাৰ লগে লগে "ট্ৰেনচ"ত বা ঘৰৰ ভিতৰত আশ্ৰয় লব। ন বজাৰ সময়ত এখন মাত্ৰ শত্ৰু বিমান ( আমেৰিকান ) আহি হিৰোচিমাৰ ওপৰত এটা বোমা পেলাই দিলে। ৰক্তবীজৰ তেজৰ পৰা ওলোৱা লাখ লাখ সেনাই দেবকুল ধ্বংস কৰাৰ দৰে এটা বোমাৰ পৰা ওলোৱা জুই আৰু প্ৰচণ্ড শক্তিৰ প্ৰভাৱত লাখ লাখ জীৱ জন্তু, গছ লতা পুৰি ছাই হৈ গল। আশ্ৰয় হল, ঘৰবাৰীৰ চিন হৰোচিমা চহৰৰ বুকুৰ পৰা মচি পেলালে।—বহুতৰ হাত-ভৰি, চকু-কাণ নোহোৱা হ'ল। কিছুদিনৰ পাচত পুনৰ তেওঁলোকেও এই জগতৰ পৰা বিদায় লব লগা হ'ল। জাপানীসকলে প্ৰথমে বিশ্বাস কৰা নাছিল, যে এটা মাথোন বোমাই এনে অঘটন ঘটাব পাৰে। জাপানে আত্ম-সমৰ্পণ নকৰা হলে আমিও কি জানি বিশ্বাস কৰিবলৈ টান পালো হেতেন। যুক্ত ৰাজ্যৰ সভাপতি "ট্ৰুম্যান" চাহাবে জাপানক সাৱধান বাণী শুনালে সিদিনাই যে যদি জাপানে বিনা স্বৰ্ত্তে আত্ম-সমৰ্পণ কৰিবলৈ ৰাজী নহয়, তেন্তে জাপানৰ নাম পৃথিৱীৰ বুকুৰ পৰা চিৰদিনলৈ লুপ্ত কৰি দিব। জাপানে ভাবিলে ই মাত্ৰ এটা ৰাজনৈতিক চাল। গতিকে "ট্ৰুমান" চাহাবৰ হুমকিক তেওঁলোকে উৰাই দি সগৌৰবে যুদ্ধ চলাই থাকিল। ৯ আগষ্ট তাৰিখে পুনৰ যেতিয়া





দ্বিতীয় এটা বোমাই নাগাচাকি চহৰখন পুৰি ছাইত পৰিণত কৰিলে তেতিয়াহে তেওঁলোকৰ চকু মুকলি হ'ল; আৰু দৌৰা-দৌৰিকৈ আত্ম-সমৰ্পণৰ প্ৰস্তাৱ আগবঢ়ালে। যদিও এই দুটা বোমাত কেবা লাখো প্ৰাণীৰ প্ৰাণ নষ্ট হল, তথাপি ৰক্ত লোলুপ মহাযুদ্ধৰ অৱসানত বিশ্ব-বাসীয়ে কিছুদিনৰ কাৰণে স্বস্তিৰ নিশ্বাস পেলালে। লগে লগে বিশ্ব-ব্যাপী কোলাহল উঠিল "এটম্ বোমা" ৰূপ মহাকালৰ কৰাল গ্ৰাসৰ পৰা বিশ্বক মুক্ত কৰিবলৈ। তেওঁলোকে উপলব্ধি কৰিলে যে, যদি কোনো এটা জাতিৰ হাতত এই মহা অস্ত্ৰ থাকে, তেন্তে সি বিশ্বৰ অইন জাতিবোৰৰ নাম লুপ্ত কৰিব। দ্বিতীয়তে যেহেতু এই অস্ত্ৰ তৈয়াৰ কৰা বৰ টান কাম নহয়, ইয়াক সকলো জাতীয়ে তৈয়াৰ কৰি পৃথিবীৰ বুকুৰ পৰা মানুহৰ নাম চিৰদিনলৈ লুপ্ত কৰিব। সেয়ে তেওঁলোকে একে মুখে কৈ উঠিল—যিবোৰ বস্তুৰ পৰা "এটম্ বোমা" তৈয়াৰ কৰা হয়; সেইবোৰ এটা বিশ্ব সংঘৰ (World Commission) অধীনত ৰখা উচিত। উচিত অনুচিত বিবেচনা কৰিবলৈ আজি ছয় মাহ ধৰি আলোচনা হব ধৰিছে। কিন্তু কোনোৱে কাকো বিশ্বাস নকৰাৰ কাৰণে তাৰ শেষ মীমাংসা হৈ উঠা নাই। ফলত প্ৰত্যেক জাতীয়ে নিজৰ অস্তিত্ব ৰাখিবলৈয়ে হ'ক বা সাম্ৰাজ্য বিস্তাৰৰ কাৰণেই হ'ক, নিজ নিজ দেশত এটম্-বোমা তৈয়াৰ কৰিবলৈ চেষ্টা কৰিব ধৰিছে। ইতিমধ্যে ৰুচিয়াই এটম্-বোমা তৈয়াৰ কৰিবলৈ সক্ষম

হৈছে বুলি প্ৰকাশ। এইটো ধ্ৰুৱপ যে অবিশ্বাসৰ ক'লা পৰ্দ্দাখন তুলি নিদি যদি এটম-বোমাৰ দ্বাৰাই ভয় দেখুৱাই অইনক তলতীয়া কৰি ৰাখিবলৈ বিচাৰে তেন্তে তৃতীয় মহা যুদ্ধ নিচেই ওচৰতে, আৰু সেইখন যুদ্ধ ইমান ভয়ঙ্কৰ হ'ব পাৰে যে তাৰ বৰ্ণনা দিবলৈকো হয়তো এজনো মানুহ বাচি নাথাকিব পাৰে।

* * *

"এটম্ বোমা" কি দৰে তৈয়াৰ হয়, সেই কথা জনাৰ আগতে 'এটম্' নো কি তাক ভালদৰে জনা উচিত। অতি প্ৰাচীন কালতে কনাদ কপিল প্ৰভৃতি মনিষীসকলে পৰমাণু সম্পৰ্কে লিখি থৈ গৈছে, যে পৰমাণু কোনো এটা বস্তুৰ আটাইতকৈ নূনতম অৱস্থা। এই ধাৰণাকে মূল কৰি ১৯শ শতিকাৰ আগ ভাগত জন্ ডেল্টন (John Dalton) নামৰ এজন পাশ্চাত্য পণ্ডিতে বিখ্যাত পৰমাণুতত্ত্ব (Atomic theory) বাখ্যা কৰে। এই সূত্ৰ মতে "এটম্" বা পৰমাণুই কোনো বস্তুৰ অটাইতকৈ সৰু অৱস্থা, যি অৱস্থাত পদাৰ্থৰ নিজ নিজ গুণ বিলাক বৰ্ত্তমান থাকে। পৰমাণুক ভাঙি সৰু কৰিব নোৱাৰি। এই সূত্ৰ আজি কেইবছৰ মান আগলৈকে সত্য বুলি বিবেচিত হৈ আছিল, কিন্তু কুৰিশতিকাৰ আগ ভাগত লৰ্ড ৰাথাৰ ফোৰ্ড (Lord Rutherford of Nelson) নামৰ নিউজিলেণ্ড বাসী বৈজ্ঞানিক এজনে এই সূত্ৰ মিছা বুলি প্ৰমাণ কৰে। তেওঁ পৰীক্ষাৰ দ্বাৰা জগতক দেখুৱালে যে পৰমাণুই পদাৰ্থৰ শেষ অৱস্থা





নহয়। পৰমাণুকো ভাঙিব পাৰি। ৰাথাৰফোৰ্ড এজন বিখ্যাত বৈজ্ঞানিক আছিল। ১৯০৮ চনত তেওঁ ৰসায়নত বিখ্যাত "নোবেল পুৰস্কাৰ (Nobel Prize) লাভ কৰে। তেওঁ বিলাতৰ বৈজ্ঞানিক আৰু শিল্পৰ গবেষণা চালক সমিতিৰ (British Advisory council of Scientfic and Industrial Research) সভাপতি আছিল। ৬৬ বছৰ বয়সত তেওঁ ১৯৩৭ চনত স্বৰ্গী হয়। ৰাথাৰ-ফোৰ্ডৰ নতুন সূত্ৰমতে, বিশ্বৰ সকলোবিলাক পদাৰ্থৰ এটমবোৰ ভাঙি দুটা একে বস্তুকে পোৱা যায়; বস্তু দুটা বৈদ্যুত্তিক শক্তি সম্পন্ন। এটাক "প্ৰোটন" (Proton) বা ধন বিদ্যুত আৰু আন-টোক ইলেক্‌ট্ৰন্ (Electron) বা ঋণ বিদ্যুত বোলে। এই প্ৰোটন আৰু ইলেক্‌ট্ৰনৰ বেলেগ বেলেগ অনুপাতৰ সমন্বয়েই ৯২ বিধ মৌলিক পদাৰ্থ। কিছুমান ইলেক্‌ট্ৰন্ আৰু প্ৰোটন্ লগলাগি এটা এটম্ গঠিত হয়। এটা বা বেচি এটম্ গোটখাই এটা অণু বা "মলিকুল" (Molecule) হয়। এনে ধৰণৰ কোটি কোটি "মলিকুল" বা অণুৰ সমন্বয়েই আমি দেখা বস্তুবোৰ।

একোটা "এটমৰ" গঠন একোখন সৌৰ জগতৰ লগত তুলনা কৰিব পাৰি। সূৰ্য্যক কেন্দ্ৰ কৰি গ্ৰহ উপগ্ৰহবোৰে দিনে ৰাতিয়ে মহাশূণ্যত ঘূৰিব ধৰিছে, আৰু সিহঁতক মহাকৰ্ষণ শক্তিয়ে ধৰি ৰাখিছে। এই নিচিনাই 'এটম'ৰ ভিতৰতো প্ৰোটন্‌বোৰক কেন্দ্ৰ কৰি

ইলেকট্রন্ বোৰে অৱস্থান কৰে। সূৰ্য্যৰ চাৰিও ফালে ঘুৰিবলৈ গ্ৰহবিলাকৰ যি দৰে নিৰ্দ্দিষ্ট কক্ষ আছে, এই ইলেকট্রন্ বোৰৰো নিৰ্দ্দিষ্ট কক্ষ আছে। এটা মহান শক্তিয়ে ইহঁতক একেলগে বান্ধি ৰাখিছে। এই শক্তিয়ে সদায় চেষ্টা কৰি থাকে যাতে বাহিৰৰ পৰা কোনোৱে সিহঁতৰ নিৰ্দ্দিষ্ট সংখ্যক ইলেকট্রন্ বা প্ৰোটনৰ একো হেৰ্ফেৰ্ কৰিব নোৱাৰে। মাকৰ কোলাৰপৰা কেচুৱাক টানি-অনা যেনেকুৱা টান এই প্ৰোটন্ আৰু ইলেকট্রনক পৃথক কৰাও তেনে টান। কোনো উপায়ে যদি সিহঁতক পৃথক কৰিব পৰা যায়, তেনেহলে এটা মহান শক্তিৰ উদ্ভৱ হয় আৰু এয়েই হিৰোচিমা আৰু নাগাচাকি ধ্বংসকাৰী 'এটম্ বোমাৰ" "পৰমাণু শক্তি" (Atomic Energy)।

লৰ্ড ৰাথাৰফোৰ্ডৰ পাছত তেওঁৰ সহকৰ্ম্মী চিড্উইকে ১৯৩২ চনত প্ৰমাণ কৰি দেখুৱায় যে এটমৰ ভিতৰত ইলেকট্রন্ আৰু প্ৰোটন্ত বাজেও নিউট্রন্ বুলি আৰু এবিধ পদাৰ্থ থাকে। ইহঁতৰ গাত বিজুলী শক্তি নাই। কিন্তু ইহঁতৰ গতি অতি বেচি। কোনো উপায়ে এই নিউট্রন যদি 'এটমৰ' পৰা বাজ ওলায়, তেন্তে ইহঁতে অইন বস্তুৰ ওপৰত বন্দুকৰ গুলি পৰা দি পৰি অন্য বস্তুৰ এটমবোৰকো ভাঙি চুৰমাৰ কৰি পেলায়। এই ক্ৰিয়াৰ দ্বাৰাই ভয়ঙ্কৰ শক্তিৰ উদ্ভৱ হয় আৰু বেচি নিউট্রন্ মুক্ত হয়। যিমানে বেচি নিউট্রন্ ওলায় সিমানে বেচি 'এটম্' ভাঙি বেচি শক্তিৰ উদ্ভৱ হয়।





সকলো পদাৰ্থৰে 'এটম্' ইমান সহজে ভাঙিব পৰা নহয়। বৈজ্ঞানিক সকলৰ মতে বিশ্বৰ যি ৯২টা মৌলিক পদাৰ্থ আছে তাৰে ভিতৰত ইউৰেনিয়াম্ থোৰিয়াম্ প্ৰভৃতি কেইটামান বস্তুৰ এটা বিশেষ গুণ আছে। কৰ্পূৰ বা আইদিন মুকলি ঠাইত থলে যেনেকৈ ভাপ হৈ উৰি যায়, এই পদাৰ্থ বোৰৰ পৰা অনবৰত "আলফা," 'বিটা,' আৰু "গামা" ৰশ্মি বিকিৰিত হৈ থাকে। সেই কাৰণে এই পদাৰ্থ বোৰক ৰেডিও এক্টিভ্ (Radio active) পদাৰ্থ বোলে আৰু সিহঁতৰ ৰশ্মি বিকিৰণ প্ৰণালীক "ৰেডিও এক্টিভিটি" (Radio Activity) বোলে। এই ক্ৰিয়াৰ দ্বাৰাই এটা পদাৰ্থৰ পৰা অইন এটা পদাৰ্থ পাব পাৰি। অতি প্ৰাচীন কালত হেনো ভাৰতবৰ্ষত "এল্কেমিষ্ট" (Alchemist) বুলি এটা সম্প্ৰদায়ৰ উদ্ভৱ হৈছিল, তেওঁলোকৰ জীৱনৰ চৰম উদ্দেশ্য আছিল, কম দামৰ ধাতুৰ পৰা সোণ তৈয়াৰ কৰা। তেওঁলোকে জানিছিল যে এটা পদাৰ্থৰ পৰা অইন এটা পদাৰ্থ তৈয়াৰ কৰা টান কাম নহয়। উন্নত ধৰণৰ বৈজ্ঞানিক যন্ত্ৰ-পাতি নথকাৰ কাৰণে তেওঁলোকৰ সপোন কাৰ্য্যত পৰিণত কৰিব নোৱাৰিলে।

কিন্তু "ৰেডিও এক্টিভিটিৰ" দ্বাৰা গধুৰ ধাতুৰ পৰা পাতল ধাতু পোৱা সম্ভৱ হৈছে। উদাহৰণ স্বৰূপে ইউৰেনিয়াম, ধাতুৰ পৰা ৰেডিয়াম, দস্তা [lead] প্ৰভৃতি ধাতু পোৱা হৈছে। কোনে কব

পাৰে যে ১ দিন পাছত তামৰ পৰা সোণ তৈয়াৰ কৰিব পৰা নহব? লাগে মাত্র তামৰ এটমৰ ভিতৰত কেইটামান বেচিকৈ ইলেক্ট্রন্ আৰু প্রোটন্ সুমুৱাই দিবলৈ।

“ৰেডিও এক্টিভ” পদাৰ্থৰ ‘এটম্’ ভাঙিবলৈ যিমান সহজ অইন পদাৰ্থৰ “এটম্” ভাঙিবলৈ সিমান সহজ নহয়। এই শ্রেণীৰ পদাৰ্থবোৰে “আলফা”, “বিটা” বা “গামা” ৰশ্মি বিকিৰণ কৰাত আপোনা-আপুনি নিউট্রন্ বাজ হৈ আছে। গতিকে ইয়াৰ এটম সহজে ভাঙে।

“এটম্ বোমা” আচলতে কেনেকৈ তৈয়াৰ কৰা হয় এই কথা এতিয়ালৈ প্রকাশ হব দিয়া নাই। আমেৰিকাৰ আৰু ইংলণ্ডৰ কেইজনমান বৈজ্ঞানিকে মাত্র এই ৰহস্য জানে। অইন অইন বৈজ্ঞানিকসকলে “এটম্ বোমা” গঠন সম্পৰ্কে যিমত প্রকাশ কৰিছে, সি ওপৰত কোৱা “ৰেডিও এক্টিভ” পদাৰ্থৰ পৰমাণুৰ ভাঙনৰ ওপৰতে প্রতিষ্ঠিত। তেওঁলোকৰ মতে “এটম্ বোমাৰ” ভিতৰত ইউৰেনিয়াম ধাতু ৰখা হয়। ৯২ বিধ মৌলিক পদাৰ্থৰ ভিতৰত ইউৰেনিয়াম ( raniu n বৈজ্ঞানিক চিহ্ন ) আটাইতকৈ গধুৰ। “পিচ্ ব্লেণ্ডি”(Pitch blende) বুলি এবিধ খনিজ পদাৰ্থৰ পৰা এই ধাতুটো পোৱা যায়। ক্লেপৰথ ( Claproth )নামৰ বৈজ্ঞানিক এজনে এই ধাতুটো আবিস্কাৰ কৰে, আৰু ইউৰেনাচ্ গ্রহৰ নাম আনি



সম্পৰ্কে যি সূত্র বিপ্লৱ আগত ডাঙি ধৰিছে, তাকে মাত্র আলোচনা কৰিবলৈ চেষ্টা কৰিম।

দেখাত ‘এটম্-বোমা’ আৰু অইন বোমাৰ কোনো পাৰ্থক্য নাই। এটা ধাতুৰ খোলাৰ ভিতৰত ‘এটম্-বোমা’ৰ সাজ-সৰঞ্জাম বোৰ ৰখা হয়। সৰঞ্জামৰ ভিতৰত লাগে, বিজুলীশক্তি উৎপাদনৰ কাৰণে এটা ডাইনামো তাক বঢ়াবলৈ এটা “ট্রান্স্ফৰমাৰ” ( Trans-f rmer ), গৰম কৰিবলৈ ফিলামেণ্ট ( filament ) চিচা পাতৰ পৰ্দ্দা এখন, ইউৰেনিয়াম ধাতু অলপমান, চুম্বকলো এটুকুৰা, আৰু বিজুলী চলনৰ কাৰণে তাঁৰ কেইডালমান। অইন এটা সৰু কাঁচৰ নলীৰ ভিতৰত “বেৰিলিয়াম (Ba) বা “হেভী হাইড্রোজেন” ( Heavy Hydrogen ) অলপমান ৰখা হয়। তাঁৰ পৰাই প্রথম নিউট্রন্ ওলাই ইউৰেনিয়ামৰ ওপৰত পৰিব ধৰে। বিমানত কঢ়িয়াই নিওতে যাতে বাটতে ফুটিব নোৱাৰে, তাৰ কাৰণে বেৰিলিয়াম খিনি গলোৱা মমত পুতি ৰখা হয়, আৰু ইউৰেনিয়াম খিনিও সেই একে ধৰণে ৰখা হয়, যাতে বেৰিলিয়ামৰ পৰা ছুটা এটা নিউট্রন্ আহি তাক ভাঙি দিব নোৱাৰে। এই বিপদৰ পৰা হাত সাৰিবলৈ চিচা পাতৰ পৰ্দ্দাখন দুয়োটা ধাতুৰ মাজতে ৰখা হয়।

হেভী হাইড্রোজেন (Heavy Hydrogen, H3) হাইড্রোজেনৰ এটা আইচোটোপ। হাইড্রোজেন পৰমাণুৰেই ওজন ৩। সাধাৰণ

পানীৰ পৰাই এই পদাৰ্থটি পাব পাৰি। কিছু বেচি পৰিমাণে পানী লৈ তাক গৰম কৰি থাকিলে পানী ভাপ হৈ উৰি গৈ থাকিব। শেষত যি অলপমান পানী ৰয়, সেইখিনি বিজুলীৰ দ্বাৰা বিশ্লেষণ কৰিলে (Electrolysir) তাৰপৰা যি "হাইড্ৰোজেন" পোৱা হয় সি "হেভী হাইড্ৰোজেন" হেভী হাইড্ৰোজেন বা বেৰিলিয়াম ধাতু, যেই সেই এটা ব্যৱহাৰ কৰিলেই হয়। ইয়াৰপৰা সহজে নিউট্ৰন্ ওলাই ইউৰেনিয়ামৰ ওপৰত পৰে।

বিমানৰপৰা বোমা পেলাই দিয়াৰ আগতেও এটম্ বোমাৰ ভিতৰত "ৰেডিও একটিভিটিৰ" কাৰণে ইউৰেনিয়াম পৰমাণুৰ ধ্বংশ কাৰ্য্য অনবৰত চলি থাকে কিন্তু তেতিয়া ইউৰেনিয়াম ৰখা টিউবটো বোমাৰ ভিতৰত ৰখা নহয়। ঠিক পেলাই দিয়াৰ আগে আগে ইউ-ৰেনিয়াম টিউবটো বোমাৰ ভিতৰত ভৰাই দি তাত অন্য খাৰ-বাৰুদ পূৰ্ণ কৰি নিৰ্দ্দিষ্ট ঠাইত নিক্ষেপ কৰা হয়। বিমানৰ পৰা এৰি দিয়াৰ লগে লগে বোমাৰ নেজৰ ফালে থকা "ডাইনামো" ঘূৰিব ধৰে, তাৰ ফলত ফিলামেণ্ট গৰম হৈ উঠে আৰু তাৰ পৰা ইলেকট্ৰন্ ওলাই "হেভী হাইড্ৰোজেন" বা বেৰিলিয়ামৰ ওপৰত আঘাত কৰে। হেভী হাইড্ৰোজেনৰ পৰা প্ৰখৰ গতি সম্পন্ন নিউট্ৰন্ কণা বাহিৰ হয়। চুম্বক লো ডালৰ দ্বাৰাই আকৃষ্ট হৈ সিহঁতৰ গতি বেচিকৈ বাঢ়ে। ইহঁতৰ গতি চেকেণ্ডত প্ৰায় ৬০





হেজাৰ মাইল। প্ৰচণ্ড গতিৰে যেতিয়া ইহঁতে ইউৰেনিয়াম কণাৰ ওপৰত পৰিব ধৰে, ইউৰেনিয়ামৰ পৰমাণু ভাঙি তাৰ পৰা বেচি নিউট্ৰন্ কণা ওলায়। ইহঁতে আকৌ বেচিকৈ ইউৰেনিয়াম পৰমাণু ভাঙিব ধৰে। এটম্ বোমা মাটিৰ ওচৰ পাওঁ পাওঁ হোৱাৰ লগে লগে চিচা পাতৰ পৰ্দ্দাখন গলি নোহোৱা হৈ যায় আৰু নিউট্ৰন্ কণা বোৰে সহজে ইউৰেনিয়ামক আক্ৰমণ কৰিব পৰা হয়। এই দৰে পৰমাণু ভঙা ক্ৰিয়াত বোমাৰ ভিতৰত এটা ভয়ানক শক্তিৰ উদ্ভৱ হয়, তাৰু ভিতৰত তাক ঠায়ে নোজোৰাত ভীষণ শব্দ কৰি ফাটি যায়। একোটা এটম্ বোমাৰ ভিতৰত ১ আউন্সতকৈ বেচি ইউৰেনিয়াম নাথাকে বুলি বৈজ্ঞানিকসকলে কয়। যিটো খোলাৰ ভিতৰত ইউৰেনিয়াম থিনি ৰখা হয় সি আকাৰত কুকুৰা কণীতকৈও হেনো সৰু। কিন্তু তাৰ ধ্বংশকাৰী শক্তি অপৰিণাম। সাধাৰণ হিচাবে এয়েই "এটম্ বোমাৰ" কাৰ্য্য প্ৰণালী।

* * *

এটম্ বোমাৰ প্ৰলয়ঙ্কৰী শক্তিৰ কথা শুনিলে প্ৰত্যেক মানুহৰ গাৰ নোম শিঁয়ৰি উঠে। কিন্তু ই আৰম্ভনি হে মাথোন। 'এটম্' বোমাৰ গৰ্ভত বিশ্বৰ শান্তি অথবা সমাপ্তি। বৈজ্ঞানিকসকলৰ কাম বিশ্ব-ধ্বংশ কৰা নহয়, তেওঁলোকৰ উদ্দেশ্য এটম্ বোমাৰ পৰা কিদৰে

মানৱ জাতিৰ উন্নতি সাধন হব পাৰে তাৰেই চেষ্টা। এটম্ বোমাৰ পৰা মানৱ জাতিৰ কি কাম হব পাৰে পিচত আলোচনা কৰা হব, প্ৰথমে "এটম্" বোমাৰ বুৰঞ্জী সম্পৰ্কে অলপ কোৱা যাওক।

১৯৩৯ চনত বিলাতত প্ৰথমে এটম্ বোমাৰ গবেষণা আৰম্ভ হয়। সেই উদ্দেশ্যে তেওঁলোকে ইংলণ্ডত এটা গবেষণাগাৰ পাতে। কিছুদিন কাম চলাৰ পাছত ১৯৪২ চনত জাৰ্ম্মানৰ পৰা ৰকেট্ বোমা বা উৰন্ত বোমা গৈ বিলাতত পৰিব ধৰে। বৈজ্ঞানিক সকলে দেখিলে যে যদিহে কিবা কৈ এটা বোমা আহি পৰীক্ষা গাৰত পৰিব লাগে, গোটেই ইংলণ্ড খনকেই চাৰখাৰ কৰিব। সেয়ে, তেওঁলোকে তেতিয়াৰ প্ৰধান মন্ত্ৰী চাৰ্চ্চিল চাহাবৰ আগত তেওঁলোকৰ সন্দেহ ডাঙি ধৰিলে। অগত্যা চাৰ্চ্চিল চাহাবে মিত্ৰ আমেৰিকাৰ লগত আলোচনা কৰি 'এটম্-বোমাৰ' কাৰখানা আমেৰিকালৈ উঠাই নিয়াকে ঠিক কৰিলে। কাৰণ আমেৰিকাত শত্ৰু আক্ৰমণৰ কোনো শঙ্কা নাই।

ৱাচিংটন, টেনিচি আৰু নিউমেক্‌চিকো নামৰ আমেৰিকাৰ তিনিখন ঠাইত তিনটা গবেষণাগাৰ খোলা হ'ল। এই তিনটা কাৰখানাত ৩ বছৰ ধৰি ১ লাখ ২৫ হাজাৰ মানুহে দিন ৰাতি কাম কৰিছে। ১৯৪৫ চনৰ আগষ্ট মাহলৈকে তিনিওটা কাৰখানাৰ মুঠ খৰছ প্ৰায় ৫০ লাখ ষ্টাৰ্লিং। আটাইতকৈ আচৰিত কথা এয়ে যে সুদীৰ্ঘ তিনি বছৰ কাল কাম কৰিও চোৱা এক লাখ মানুহে





(কেইজনমান বৈজ্ঞানিকত বাজে) নিজে কি কাম কৰিছে জনা নাছিল। তাৰ কাৰণ বেলেগ বেলেগ কাৰখানাত বেলেগ বেলেগ অংশবোৰ তৈয়াৰ কৰিছিল। ১৯৪৫ চনৰ ১৬ জুলাই তাৰিখে ৰাত্তি নিউমেক্‌চিকোৰ মৰুভূমিৰ মাজত যেতিয়া বিশ্বৰ প্ৰথম 'এটম্-বোমা' ফাটে আৰু তাৰ পিচ দিনা যুক্তৰাজ্যৰ বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে এটম্-বোমাৰ কাহিনী প্ৰকাশ হয়, সিদিনাহে উক্ত কাৰখানা সমূহৰ কৰ্ম্মীসকলে গম পায়, যে সেইহেন আগ্নেয়াস্ত্ৰৰ খনিকৰ তেওঁলোকেই।

১২ জুলাই তাৰিখে বৈজ্ঞানিক সকলে মত প্ৰকাশ কৰে, যে এটম্-বোমা তৈয়াৰ কৰাত তেওঁলোক কৃতকাৰ্য্য হৈছে। গতিকে শেষ পৰীক্ষাৰ কাৰণে তেওঁলোকক অনুমতি লাগে। সমৰ বিভাগৰ আৰু বৈজ্ঞানিকসকলৰ যুক্ত প্ৰচেষ্টাৰ কাৰণে ২ দিনৰ মূৰত এটম্ বোমাৰ পৰীক্ষা ঠিক হল। নিউমেক্‌চিকোৰ মৰুভূমিৰ মাজত তেওঁলোকে এটা ইস্পাত লোৰ স্তম্ভ সাজি তাৰ ওপৰত বোমাৰ খোলাটো ৰাখিলে। ১৬ তাৰিখে ৰাতি যেতিয়া সকলো মানুহ নিদ্ৰাৰ কোলাত আশ্ৰয় লৈছে এনে সময়ত যন্ত্ৰৰ দ্বাৰা এটম্-বোমাৰ যাৱতীয় বস্তু একত্ৰিত কৰি বিজুলীৰ সহায়েৰে বোমাটো ফুটোৱা হয়। বোমা ফুটাৰ সময়ৰ বৰ্ণনা পঢ়িলে এটম্-বোমাৰ শক্তি বেচকৈ বুজিব পাৰি। বোমা ফুটাৰ সময়ত হেনো—

সেইহেন ঘোৰ নিশা, দুপৰীয়াতকৈও বেচি পোহৰ হৈছিল। প্ৰায় ৪০ চেকেণ্ড মানৰ পাছত ভয়ঙ্কৰ ধুমুহা উঠি ৫।৬ মাইলৰ ভিতৰত থকা ঘৰ দুৱাৰবোৰ বগৰাই দিছিল, আনকি সুদূৰত অৱস্থিত অৰিজোনা প্ৰভৃতি ঠাইত দুৱাৰ খিৰিকিবোৰ ঝন্‌ঝনাই উঠিছিল। বিস্ফোৰণৰ ধ্বনি কেবামাইল দূৰলৈ শুনা গৈছিল। ওচৰৰ নদী, বিল, খালবোৰৰ পানী আগতকৈ বহু গুণে গৰম হৈ উঠিছিল। গোটেই আকাশ ক'লা ডাৱৰে আগুৰি পেলাইছিল। (প্ৰায় ৭॥ মাইল ওপৰলৈ এই ক'লা ধোঁৱা উঠা বুলি বিশ্বাস) কিছু সময়ৰ পাছত যেতিয়া বৈজ্ঞানিকসকলে ইস্পাতৰ স্তম্ভ পৰীক্ষা কৰিবলৈ যায়, তাৰ ঠাইত তেওঁলোকে এটা ঠিয় গাঁতহে দেখা পাইছিল গোটেই স্তম্ভটো ভাপ হৈ উৰি গৈছিল। এটম্-বোমাৰ পোহৰ ইমান উজ্বল যে কণা মানুহেও পোহৰ আৰু আন্ধাৰৰ প্ৰভেদ বুজিব পাৰিছিল। কথাটো অৱশ্যে বিশ্বাস কৰা টান। কিন্তু ই সত্য ঘটনা। নিউমেক্সিকোত যেতিয়া এটম্-বোমা ফুটে, আৰু তাৰ পৰা তীব্ৰ পোহৰ ওলায়—"এল্‌বাকাৰ্ক" ( Albaquerque ) নামৰ ঠাইত এজনী কাণী ছোৱালীয়ে 'ই কি' বুলি চিঞৰি উঠিছিল।

* * * * *

এটম্-বোমাৰ আঘাতত প্ৰায় ২ লাখ প্ৰাণীৰ প্ৰাণ হানি হোৱা দেখি বিশ্বত হাহাকাৰ উঠিল। কিন্তু ইয়াৰ আগতে ছবছৰ ব্যাপী





তেনে কত দুই লাখ প্ৰাণীয়ে প্ৰাণ হেৰুৱাইছে তাৰৈ ভাবি চালেই একো নহয়। এটম্ বোমাক প্ৰলয়ঙ্কৰী দৈত্য বুলি নকৈ দেৱদূত বুলি কব পাৰি।

এটম্ বোমাই বিশ্বদাহী ৰণাগ্নি নিৰ্ব্বাপিত কৰি, পুনৰ জগতত শান্তিৰ শীতল পানী ছটিয়াইছে। ইয়াৰ পৰা মানৱতাৰ যি হানি হৈছে, ভাল দৰে ব্যৱহাৰ কৰিব জানিলে তাৰ শতগুণ বেচি উপকাৰ হব। জুয়ে ঘৰ দুৱাৰ পুৰি খাস্তাং কৰে বুলি তাক জানো মানুহে ধ্বংশকাৰী বুলি এৰি পেলাব পাৰিছে? মানৱ প্ৰাণ কোমলতা কঠোৰতা উভয়ৰে স্থান যেতিয়া বিশ্বত হাহাকাৰ উঠা স্বাভাৱিক, কিন্তু যিসকলে এটম্ বোমাৰ ভয়ত হাহাকাৰ কৰিব ধৰিছে। তেওঁলোকেই দুদিনৰ পিছত তাৰ কাৰ্য্য দেখি বাহ্ বাহ্ কৰিব।

আমি আগেয়েও কৈ আহিছো যে এটম্-বোমাই বিশ্বত নতুন যুগৰ অৱতাৰণা কৰিলে। পৰমাণুৰ শক্তি মানৱৰ কৰায়ত্ব হলে হাজাৰ হাজাৰ বছৰ আগতে দেখা মানৱৰ সপোন দিঠকত পৰিণত হব। এল্‌কেমিষ্ট ( Alchemist ) সকলৰ চেস্টা আছিল, অন্য ধাতুৰ পৰা সোণ তৈয়াৰ কৰা। বৰ্ত্তমান যুগত পৰমাণুৰ ভিতৰত 'প্ৰোটন' বা 'নিউট্ৰন্‌ৰ' সংখ্যা কম বেচি কৰি বোজাই বোজাই সোণ তৈয়াৰ কৰিব পৰা হব। বৈজ্ঞানিকসকলে ভৱিষ্যত বাণী শুনাইছেই যে

প্লেটিনামৰ পৰা সোণ তৈয়াৰ কৰা বৰ টান কাম নহব। মানৱ জাতীয়ে সিদিনা মামৰে নধৰা বা অতি সহজে ক্ষয় নোহোৱা সোণৰ বাচন-বৰ্ত্তন ব্যৱহাৰ কৰিবলৈ সপোন দেখিব ধৰিছে।

কেনচাৰ ( Cancer ) প্ৰভৃতি অতি দুৰাৰোগ্য বেমাৰবোৰ আজি কালি ৰেডিয়াম্ চিকিৎসাৰ দ্বাৰা অতি সহজে আৰোগ্য হয়। এই ধাতু "ৰেডিও এক্টিভ" কাৰণেই তাৰ এই শক্তি আছে। পৰমাণু শক্তিৰ দ্বাৰাই অইন ধাতুক "ৰেডিও এক্টিভ্" কৰি তাৰ দ্বাৰাই চিকিৎসা বিজ্ঞানৰ যথেষ্ট উন্নতি সাধন কৰা সম্ভৱপৰ হব।

বন্ধা-বঢ়াৰ পৰা আৰম্ভ কৰি ৰেল জাহাজ মটৰগাড়ী প্ৰভৃতি কয়লা আৰু পেট্ৰলৰ সহায়ত চলে। যুদ্ধৰ ভিতৰত কয়লাৰ নাটনিত কলকাৰখানা বন্ধ আৰু ৰাস্তা ঘাট আন্ধাৰ হৈ পৰিছিল। তাৰ কাৰণ একোটা কাৰখানাত দিনে মোণে মোণে কয়লা পুৰি খাস্তাং হৈছিল। বেচি ভাগ কয়লা গৈছিল যুদ্ধ সংক্ৰান্ত কাৰখানা বোৰলৈ। কিন্তু এটম্ বোমাই সংকেট দিছে যে মানৱৰ দুখ-দুৰ্গতি আৰু গ'ল। এটা হাঁহ কণীৰ সমান বস্তুৰ পৰমাণুৰ পৰা উদ্ভূত শক্তিৰ দ্বাৰাই কেবা শ বছৰলৈ হয়তো এখন দেশৰ প্ৰতিঘৰ মানুহৰে লাগতীয়াল পোহৰ আৰু তাপ দিব পাৰিব। বৈজ্ঞানিক সকলে বিশ্বাস কৰে যে এটা ইউৰেনিয়াম কণাৰ পৰা উদ্ভূত শক্তিৰ দ্বাৰাই গোটেই বিশ্ব-বিমানেৰে ঘূৰি ফিৰি আহিব পৰা যাব। বিখ্যাত বৈজ্ঞানিক





এল্ ফান্সওৱাৰ্থৰ মতে ৮ ঘণ্টাত পৃথিবীৰ পৰা চন্দ্ৰলৈ গতি কৰিব পৰা হব।

একোজোপা গছ বাঢ়িবলৈ হাজাৰ হাজাৰ বস্তু লাগে কিন্তু পৰমাণু শক্তিৰ দ্বাৰাই কেইঘণ্টামানৰ ভিতৰতে হেনো গছজোপা বঢ়াই তুলিব পৰা হব। গছক যদি কেইঘণ্টামানৰ ভিতৰতে ডাঙৰ কৰি তুলিব পাৰে মানুহক বা কেলেই নোৱাৰিব? তেতিয়া কেচুৱাৰ কাৰণে মাকে হয়তো শাস্তি ভুগিব নালাগিব। আমি মাথোন সেই দিনৰ কাৰণে বাট চাই আছো। অৱশ্যে এইবোৰ হবলৈ সুদীৰ্ঘ দিন লাগিব পাৰে, কিন্তু বিজ্ঞানৰ আগত ই অসম্ভৱ নহব।

—শ্ৰীসৰ্ব্বেশ্বৰ গোস্বামী।—

—০—



## —সুকুমাৰ কলা মন আৰু সমাজ—

---

আজিৰ যুগৰ সৌন্দৰ্য্যবোধ বোলা কথাষাৰিক কোনো কোনোৱে এটি অৰ্থহীন, অনাৱশ্যক, ক্ষতিকৰ এলাহৰ সামগ্ৰী বুলি আখ্যা দিয়ে। এইখিনিতে তেনে এজনৰ কথালৈ আঙুলিয়াব পাৰি যি ৺ৰবীন্দ্ৰনাথৰ " কেৱল আঁখি দিয়ে আঁখিৰ সূধা পিয়ে " কৱিতা শাৰীৰ বিষয়ে ঠাট্টাৰ সুৰত কৈছিল " তেওঁ কেৱল 'আঁখি'ৰ সূধা পি থাকিলেই যদি জীৱন ধাৰণ কৰিলে হেতেন তেন্তে আহাৰ খায় কিয় ?' এনে 'জ্ঞানী 'ৰ প্ৰশ্নৰ উত্তৰ নিদি তেওঁৰ সুমানসিক অৱস্থাক কোনোৱে সন্দেহ কৰিলে দোষ দিবৰ উপায় নাই। প্ৰাণী-জগতত মানৱৰ সৰ্ব্বশ্ৰেষ্ঠতাৰ কাৰণ হ'ল বুদ্ধি। এই বুদ্ধিযুক্ত মানৱজীৱনৰ লগত সৌন্দৰ্য্যবোধ নিশ্চয় ভাৱে জড়িত থকাৰ বিষয়ে সকলো মনস্বাত্বিকেই একমত। সি বেলেগ বেলেগ ব্যক্তিত কম বেচি পৰিমাণে বিৰাজ কৰে। প্ৰত্যেক মানৱেই এনে এটা জীৱন বিচাৰে যি মনক শান্তি দিয়ে—যি অসুন্দৰ নহয়। এই সকলোৰে চিৰ পৰিচিত ভাৱটিয়েই মানৱৰ সৌন্দৰ্য্যবোধৰ জ্বলন্ত প্ৰমাণ। ইয়াৰ প্ৰমাণ কোনো এজনে এটি বিশেষ ফুল ভাল পোৱা বা বিশেষ





সুৰ এটি ঘিণোৱা আদিৰ ওপৰত নিৰ্ভৰ নকৰে. মানৱৰ মনৰ এই সৌন্দৰ্য্যবোধৰ ফলতেই সুকুমাৰ কলাৰ উৎপত্তি। সুকুমাৰ কলা অতীতৰ আদিম মানৱৰ মাজত আছিল—বৰ্ত্তমানত আছে, ভৱিষ্যততো প্ৰচলিত থাকিব। মানুহে জন্ম লব দুটা মূল প্ৰবৃত্তি লৈ ক্ষুধা প্ৰবৃত্তি. আৰু কাম-প্ৰবৃত্তি ই সঁচা, কিন্তু ইয়াৰ বাহিৰেও আন অনেক "বোধ" নথকা হেতেন জীৱন সু-উদ্দেশ্য বিহীন আৰু স্থিতি-শীল হলহেঁতেন। জীৱনৰ ধৰণ গতিশীল কৰাইতো মানৱৰ বিশেষত্ব।

অতীজৰে পৰা ভাৰতত সুকুমাৰ কলা বুলিলে আমি সঙ্গীত, স্থাপত্য-শিল্পকে আদি কৰি সুন্দৰৰ সাধনাবোৰকে বুজি আহিছোঁ। এনে কলাৰ সংখ্যা কিমান তাক বৰ্ণোৱা অসম্ভৱ বুলি শুক্ৰনীতিয়ে কয়। শুক্ৰনীতিত লিখামতে অসংখ্য চৌষষ্টি কলাহে লেখত লবলগীয়া। জয়মঙ্গলৰ টীকাত আমি চৌষষ্টি কলাৰ নাম পাওঁ আৰু শুক্ৰনীতিসাৰত পাওঁ প্ৰত্যেকৰে বৰ্ণনা। জয় মঙ্গলৰ মতে গীত. বাদ্য, নৃত্য, আলেখ্য ( শিল্পকলা ), ছাপকটা ( বিশেষকচ্ছেদ্য ) বেলেগ বেলেগ ৰঙণ চৰোৱা চন্টেলৰ গুড়িৰে মজিয়াত ফুল সজা তণ্ডুল কুসুমাৱলীবিকাৰ ), ফুলাম দলিচা ( পুষ্পাস্তৰণ ), সাঁথৰ ( প্ৰহেলিকা ), ছন্দজ্ঞান, আচাৰ ব্যৱহাৰৰ জ্ঞান ( বৈজ্ঞানীক জ্ঞান ) স্থপতি শিল্প বা তক্ষকৰ্ম্ম আদি লৈৱেই চৌষষ্টি কলাৰ সমষ্টি।

কিন্তু, সেই তালিকাত বৰ আচৰিত ভাৱে কিছুমান 'কলাৰ' নাম পোৱা যায় যিবোৰ মানুহৰ দৈনন্দিন জীৱনত অৱহেলা কৰিব নোৱাৰি তেনে কলাৰ কেতবোৰ যেনে—কাপোৰ সিয়া শিল্প ( বস্ত্ৰাগোপণ ) ব্যায়াম বিদ্যা, হীৰা প্ৰস্তুত কৰা বিদ্যা ( ভূষণ বোৱন ), অট্টালিকা প্ৰস্তুত কৰা বিদ্যা ( বাস্তুবিদ্যা ), বেলেগ বেলেগ ধাতু গলোৱা আৰু ধাতু নিৰ্ম্মাণ কৰা প্ৰণালী ( ধাতুবাদ ), সকলো ৰকমৰ কলকজা সজা আৰু চলোৱা বিদ্যা ( যন্ত্ৰমাতৃকা ), ঔষধ প্ৰস্তুত প্ৰণালী ( কৌচুমাৰ যোগ ) ইত্যাদি ইত্যাদি । এনে ধৰণৰ কলাৰ তালিকাই আজিকালিৰ 'কলা, কলাৰ বাবে নে 'কলা জীৱনৰ বাবে' আদি আলোচনাৰ আংশিকৰূপে উত্তৰ নিদিয়ে নে ? 'বত্ৰিশ বিজ্ঞানৰ ( শুক্ৰনীতি ) বাহিৰেও এই চৌষষ্টি কলাৰ তালিকাত এনে ধৰণৰ দৈনন্দিন কৰ্ম্ম প্ৰণালীৰ কথা লিখোঁতে ভাৰতৰ জ্ঞানী পণ্ডিত সকলে নিশ্চয় এই কথা উপলব্ধি কৰিছিল যে কলাৰ সাৰ্থকতা জীৱনক সম্পূৰ্ণতা প্ৰদান কৰাতহে।

অতীত ভাৰতৰ সকলো ধৰণৰ কলাতে, যি কোনো যুগৰেই নহওক, একে গুণ পোৱা যায়। পুৰণি কুমাৰৰ সাধাৰণ কলহ এটিত যি গুণ পোৱা যাব, স্থপতি-শিল্পতো তাকেই পাব। অতীত ভাৰতৰ এটুকুৰা ফুলাম কাপোৰত যি সৌন্দৰ্য্য আছে—বিৰাট কাৰু-কাৰ্য্যযুক্ত এটি মন্দিৰতো সেই ভাৱেই পোৱা যায়। বাঁহৰ কাকৈ





এখন কৰাত যি প্ৰাণ আছিল—মোগলৰ "দেৱানীআম' গঢ়াতো সেই একে ভাৱেই বিৰাজ কৰিছিল। মুঠতে কবলৈ গলে তেতিয়া fine বা সুকুমাৰ আৰু applied decorative ( আধুনিক কলা-কাৰৰ মুখে মুখে শুনা যায় ) বা ব্যৱহাৰিক কলা আৰু ৰূপ-সজ্জাৰ পাৰ্থক্য পোৱা নগৈছিল। ভাৰতীয় কলাজ্ঞানী বিখ্যাত আনন্দ কুমাৰ স্বামীয়ে ভাৱে—"উচ্চ কলাৰ সৃষ্টিকাৰী এটা জাতীয়ে সেই কলাৰ জন্ম দিয়ে " কলা-প্ৰেমে"ৰে নহয় কিন্তু " জীৱন-প্ৰেমেৰে হে।" "(A race producing great art, however, does so, not by its 'love of art' but by its 'love of life,' ) ই জীৱন প্ৰেমৰহে চানেকি, 'কলা-প্ৰেম'ৰ নহয়।

আমি প্ৰায় সদায় দেখি আহিছোঁ সুকুমাৰ কলা বুলিলেই সঙ্গীত শিল্পকলাকে আগ ঠাই দিয়ে। সঙ্গীত বোলোতে অৱশ্যে "গীত, বাদ্য আৰু নৃত্যৰ নামেই সঙ্গীত' জয়মঙ্গলেয়ো চৌষষ্টিকলাৰ তালিকাত প্ৰথমেই এই কেইটিৰ নাম লিখিছে। ইয়াৰ কাৰণে নিশ্চয় সুক্ষ্মতাৰ পৰিমাণেই আছিল। তাৰ পিছত চালে দেখিম এই বিশেষ কলা কেইটিয়ে মানৱৰ মানসিক জীৱনৰ ওপৰত কৰা প্ৰভাৱৰ মাত্ৰাও বেচি আছিল আৰু এতিয়াও আছে। আমি যদি গীতৰ প্ৰথম কথা সুৰলৈ চকু দিওঁ তেনেহলে দেখিম মানুহৰ মনৰ লগত ইয়াৰ সম্বন্ধ কি ? পাশ্চাত্য সঙ্গীত কলাকাৰৰ মতে

সুৰ এটা গতি ( movement ) এটাৰ পাচত আন এটা ধ্বনি ক্ৰমানুসাৰে শৃঙ্খলিত ভাৱে ওলোৱাকে সুৰ বোলে। চুটিকৈ "ই এটি শব্দৰ ধাৰাবাহিক প্ৰৱাহ"। (It is an ordered succession of sounds.) তাত অৱশ্যে মধুৰতা বা melody থাকিব লাগিব যি সুৰৰ প্ৰাণ বা 'Nucleus' সেই ধ্বনিয়ে বতাহত যি ঢৌ উৎপন্ন কৰে তাক কৰ্ণেন্দ্ৰিয় আৰু মগজুৰ যান্ত্ৰিকতাৰ সহায়ত মনে উপলব্ধি কৰে। আনহাতে আমি ভাৰতীয় শাস্ত্ৰত থকা সুৰৰ বিষয়ে বহুল চৰোৱা সাধুকথা বোৰ বাদ দি সুৰৰ বৈজ্ঞানিক ব্যাখ্যাৰ মূল কথা কেইটা চালে আভাস পাম সুৰৰ উৎপত্তিৰ লগত মানুহৰ কি সম্বন্ধ আছিল। অতীত ভাৰতৰ পণ্ডিতে কয় যে—"ব্যক্ত জগতৰ সৰ্ব্বভূতৰে চৈতন্য স্বৰূপ সেই অদ্বিতীয় আনন্দ নাদব্ৰহ্মৰ মই উপাসনা কৰোঁ।" নাভিৰ ওপৰত হৃদয়ৰ ব্ৰহ্মস্থানত থকা প্ৰাণ বায়ুৰপৰা একৰকম শব্দ হয়। সেয়ে মুখেৰে প্ৰকাশিত হোৱাটোকে 'নাদ' বোলা হয়। ব্ৰহ্মাণ্ডৰ সকলো বস্তুতে নাদ ব্যাপ্ত আছে বাবেই ই নাদব্ৰহ্মৰূপে অভিহিত—ই ওঁঙ্কাৰ বাচক এই নাদব্ৰহ্মৰ পৰা আহত নাদ আৰু অনাহত নাদ নামে দুই প্ৰকাৰৰ নাদ উৎপত্তি হয়। কোনো আঘাত নোহোৱাকৈয়ে যি শব্দ ওলায়—যেনে, কাণ আঙুলিৰে বন্ধ কৰিলে যি এটা ধ্বনি হয়—তেনে ধ্বনিক অনাহত-নাদ বোলা হৈছিল। এই অনাহত-নাদৰ লগত সঙ্গীতৰ কোনো সম্বন্ধ নাই। দুটা বস্তুৰ সংঘৰ্ষৰ





ফলত যি শব্দৰ উৎপত্তি হয় তাক 'আহতনাদ' বোলা যায়। এই আহতনাদৰ পৰাই সুৰৰ উৎপত্তি বুলি কয়। এই বিশ্লেষণেই আমাক আভাস দিয়ে যে, সুৰ নৰ-শৰীৰ তথা মনৰ পৰা অলপো দূৰত নহয়। মানুহৰ মনক এফলীয়া কৰি কলাৰ ওচৰ চপাৰ কথা ভাবিবই নোৱাৰি। সুৰৰ ঢৌৱে যদি মনৰ সূক্ষ্মতম তাঁৰত স্পৰ্শ নকৰে তেন্তে শুনোতা জনে আচল সোৱাদ উপলব্ধি নকৰে আৰু সঙ্গীতজ্ঞৰ নিখুঁট কলা সৃষ্টি কৰাত যথেষ্ট ব্যাঘাত জন্মে। কলাৰ লগত মনৰ সম্বন্ধ বিচাৰি গলে আমাৰ চকুত সকলোতকৈ জটিলতা পূৰ্ণ এটা বস্তু আহি পৰে— সেইটি হৈছে কলাকাৰৰ মানসিক ভাৱধাৰা। কিছুমানৰ মতে শিল্পী শিশুৰ নিচিনা। শিশুৱে নিজৰ বাবে এখন আন সংসাৰ তৈয়াৰ কৰি আনন্দ পায়। শিল্পী এজনৰ মুখতো ধুনীয়া 'দেশ'ৰ সৃষ্টি কৰি উঠাৰ পিছ মুহূৰ্ত্ততে শিশু সুলভ মিচিকি হাঁহি বিৰিঙি উঠা আমাৰ চকুত পৰে। কলাকাৰৰ মানসিক ভাৱধাৰা। কিছুমানৰ মতে শিল্পী শিশুৰ নিজৰ বাবে এখন আন সংসাৰ তৈয়াৰ কৰি আনন্দ পায়। শিল্পী এজনৰ মুখতো 'ধুনীয়া' দেশৰ সৃষ্টি কৰি উঠাৰ পিছত মুহূৰ্ত্তে শিশু সুলভ মিচিকি হাঁহি বিৰিঙি উঠা আমাৰ চকুত পৰে। কলাকাৰৰ এটা প্ৰধান কৰ্ম্ম হৈছে সৃষ্টি আৰু তেওঁৰ উদ্দেশ্য সুন্দৰৰ সৃষ্টি কৰি তাক নিজৰ জন্মগত অনুভূতিৰ দ্বাৰা উপলব্ধি কৰি লোক সমাজৰ

আগত ডাঙি ধৰা। এই লোক সমাজ বোলোঁতে মই অৱশ্যে দুই এজন ধনীলৈ বা দুই এজন জ্ঞানীলৈ আঙুলিওৱা নাই। প্ৰায় গোটেই মানৱ-সমাজেই কোনো নহয় কোনো প্ৰকাৰৰ সৌন্দৰ্য্য ভাল পাই আহিছে। আমি দেখোঁ যে মানৱ জীৱনটোৱেই পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত কৰা এটা বিৰাট সন্ধি। ইতৰ জন্তুৱে নিজক বহি জগতৰ লগত খাপ খুৱায়—কিন্তু উচ্চতম ধৰণৰ প্ৰাণী মানৱে পাৰিপাৰ্শ্বিক অৱস্থাক নিজৰ মতে চলাব খোজে। চৰাইৰ নিচিনাকৈ উৰিবৰ মন গ'ল—নানা উৰণীয়া কল-কজা সাজিব পৰা হল। শীত বৰ্ষাৰ পৰা ৰক্ষা পাবলৈ পঁজা সাজি লোৱা আৰু কুলিৰ মাতটো শুনি ভাল পাই তাক ৰাখি থবৰ বাবে বাঁহ এডালি কাটি মহৰ শিঙা লগাই ফু দিয়া—আৰু তাৰ পিছতেই হয়তো কুলৰ মাতটো তাত বাজি উঠা শুনি হাত চাপৰি দিয়া—সকলো এক অনুভূতিৰ পৰাই হয়। দৰ্শনেন্দ্ৰিয়ক কেইবা ধৰণেও সন্তুষ্ট ৰাখিবলৈ ছাবিৰ আৱিৰ্ভাৱ—কৰ্ণেন্দ্ৰিয়ক সুখ দিবলৈ সুৰৰ উৎপত্তি। এই সকলোবোৰৰ মূলতে থাকে একে আৱশ্যক—যাক পশ্চিমীয়া শিল্পীয়ে জৈৱিক ( Biological necessity ) বুলি কয়। গতিকে আমি দেখোঁ যে মানৱ প্ৰাণী মাত্ৰৰে এই অনুভূতি থকা বুলি জানিয়েই সকলোৰে আগত কলাকাৰে নিজৰ কলা ৰাখিবলৈ প্ৰয়াস কৰে। এইখিনিতে এটা বহুতে কলাকাৰক নিজৰ





কলা দেখুৱাবলৈ এটি অহঙ্কাৰী হেঁপাহ থকা বুলি দোষাৰোপ কৰে। শিল্পীয়ে এটি মুমূৰ্ষু বৃদ্ধ আঁকিছে—তুলিৰ স্পৰ্শেৰে তাত সেই শেষৰ ভাৱটি বৃদ্ধৰ মুখত ফুটাই তুলিব পাৰিছে—পিছ মুহূৰ্ত্ততে আনন্দত আত্মহাৰা হৈ ওচৰত কাৰোবাক বিচাৰিছে সেই সফলতা দেখুৱাবলৈ ডাৰ্ণচ'নে কয়—"এইটো বেচ কব পাৰি যে আংশিক ভাৱে হলেও শিল্পী এজন প্ৰদৰ্শনকাৰী" [ It may well be said that in part at least, the artist is an exibitionist ) কিন্তু ইয়াৰ কাৰণো তেওঁ লিখিছে যে,—"স্বীকৃতি আৰু প্ৰশংসাৰ অভিলাষ আমাৰ সকলোৰে গাত বিদ্যমান" (The desire for recognition and acclamation is present in all of us" ) শিল্পীৰ এই হেঁপাহটো থকা কোনো আচৰিত কথা নহয়। ই কোনো অপকাৰী বা অ-স্বাভাৱিক ভাৱ নহয়। নতুন সুৰ এটি সৃষ্টি কৰি সঙ্গীতজ্ঞই প্ৰথম শুনাবলৈ ধুমুহাৰ দৰে লৰি ফুৰে—যেনেকৈ কোনো বৈজ্ঞানিকে নতুন কিবা এটি আৱিষ্কাৰ কৰি "লেবৰেটৰী'ৰ পৰা ওলাই আহে কাৰোবাক জনাবলৈ—যেনেকৈ আৰ্কিমিডিচে তেওঁৰ নতুন সত্য পাই "পাইছোহঁক, পাইছোহঁক" ( "ইউৰেকা," ইউৰেকা" ) বুলি চিঞৰি উঠিছিল।

বহুতৰ ধাৰণা যে সুকুমাৰ কলা কল্পনাসঙ্কুল হোৱাৰ কাৰণে কোনো নিয়মৰ বশীভূত নহয় বা তাৰ বাবে শ্ৰমৰ প্ৰয়োজন নাই।

অন্ত্ৰশ্যে এইটো আমি অস্বীকাৰ কৰিব নোৱাৰো যে প্ৰত্যেক শিল্পীয়েই কল্পনা কৰে—কৰি ভাল পায় আৰু কল্পনাত থকা বস্তু-বোৰ মনেৰে দেখে। ৰাভাদেৱে কোৱাৰ দৰে সঙ্গীতজ্ঞই “সুৰৰে দেউলৰে ৰূপৰে শিকলি ভাঙি দিয়ে খুলি” আৰু

—“তোৰে পৰশতে

প্ৰাণৰ হৰিষে

তিয়াগি সুপুতি

পায় ঐ মুকুতি

ৰাগৰে মূৰতি—”

কিন্তু এই সুপুতিত মগণ ৰাগ-ৰাগিণীবোৰে মুক্ত হৈ নিজৰ ‘মূৰতি’ পাবলৈ—নিজৰ ৰূপ পাবলৈ কলাকাৰজনক যথেষ্ট কষ্টও দিয়ে। স্থাপত্য শিল্পী এজনে মনত থকা সৌন্দৰ্য্যখিনি কোনো অট্টালিকাৰ গাত ৰূপ দিয়ে। এই ৰূপ দিবৰ সময়ত শিল্পীয়ে আন সকলো পাহৰা বা অন্য মনস্ক হোৱা স্বাভাৱিক। কিয়নো, এনে কামত ভীষণ একাগ্ৰতাৰ প্ৰয়োজন। তদুপৰি সঙ্গীতজ্ঞই সঙ্গীতৰ নিয়ম মানি, চিত্ৰশিল্পীয়ে ধৰা বন্ধা বিজ্ঞানৰ ৰীতি মানি, স্থাপত্য শিল্পীয়ে কঠোৰ শিলত তেওঁৰ শক্তিক্ষয় কৰি কামত অগ্ৰসৰ হলেহে কাম সফল হয়। কোনো-কোনোৱে ভাবে, কল্পনা যেতিয়া ই সপোন। সপোনৰ আকৌ নিয়ম কিহৰ? কিছুমানে মনস্তাত্বিকে ফ্ৰয়ডৰ লগতে সপোনৰ ধৰা-বন্ধা ৰীতিও আছে বুলি বিশ্বাস





কৰিলেও সুকুমাৰ কলাক কোনো নিয়ম নোহোৱা, ব্যক্তিগত সাময়িক খেয়াল বুলিহে ভাবে মাথোন। কিন্তু আচলতে ভাবি চালে আমি দেখোঁ যে কল্পনাই বেচি কাম কৰে কলা সৃষ্টিৰ প্ৰাৰম্ভণিতহে। তাৰ পিছৰ কল্পনাখিনি শ্ৰমমিশ্ৰিত—শাৰীৰিক মানসিক দুয়ো প্ৰকাৰৰেই।

—তাৰ পিছত আমি এতিয়া চাম সুকুমাৰ কলাৰ ওপৰত সমাজৰ কি প্ৰভাৱ। আমি প্ৰায়েই পুৰণি গীত এটি শুনি কওঁ—“এঃ, পুৰণিকলীয়া সুৰ” আৰু হাঁহো। ই স্বাভাৱিক যদিও এইটো আমি পাহৰা উচিত নহয়, যে সেই সুৰটি সেই যুগৰ বাবে হয়তো সময়োপযোগীয়েই হৈছিল। শ্ৰীশঙ্কৰে তেওঁৰ সময়ত জন সাধাৰণক আধ্যাত্মিকতা শিক্ষা দিবলৈ বা জনপ্ৰেম শিক্ষা দিবলৈ আন সুৰ নিদি বৰগীতৰ ৰাগ ৰাগিণী আৱিষ্কাৰ কৰাটোকে হয়তো উচিত বিবেচনা কৰিছিল। চৈতন্যদেৱে কীৰ্ত্তনৰ সুৰটোক সচাঁকৈয়ে জন সাধাৰণ, দুখীয়া, ধনী, শিক্ষিত-অশিক্ষিত সকলোৱে ভাল পোৱাকৈ কৰাৰ অৰ্থই হৈছিল—সেই সুৰৰ দ্বাৰা আকৰ্ষিত কৰি জন-সাধাৰণক কৃষ্ণ-প্ৰেম শিকোৱা। গুপ্তযুগত ভাৰতৰ মানৱে কেনেকৈ আৰ্থিক, মানসিক শান্তি পাইছিল তাক অজন্তাৰ বেৰত আজিও পাওঁ। তাৰ প্ৰায়বোৰেই সুখৰ ছবি। তেতিয়া যেন অশান্তিয়ে শিল্পীজনক বেচিকৈ প্ৰভাৱে কৰা নাছিল। ঠিক তেনেকৈ শিল্পীৰ মনক

তেওঁৰ ওচৰৰ চাৰিও ফালৰ পৰিস্থিতিয়ে ভৰাই তোলে। সেই সময়ত কলা সৃষ্টিত তাৰ চাপ পৰি যায়। ইউৰোপৰ ফালে চকু দিলে দেখোঁ সেই একে কথা। এই কথাটোৰ প্ৰমাণ পোৱা যায় সঙ্গীতজ্ঞ ডার্ণটনৰ কথালৈ চালে। তেওঁ কয় যে ১৭৯১ চনৰ ফৰাচী বিদ্ৰোহে "বিথ' ভেনৰ সুৰ বেলেগ গঢ় দিয়ে। ফৰাচী বিপ্লৱত মূৰ্ত্ত হৈ উঠা তেওঁৰ দিনৰ সামাজিক বিক্ষোভ আৰু তাৰ পাচত ইউৰোপৰ দেশ সমূত হোৱা তাৰ পৰবৰ্ত্তী বিশালতৰ প্ৰতিক্ৰিয়া স্পষ্টৰূপে তেওঁৰ সঙ্গীতত প্ৰতিফলিত হৈছিল—যেনে, ইৰইকা' নামৰ ঐক্যতান আৰু তেওঁৰ " ফাইডেলো 'অপেৰা" ।

(The social unrest of his time, expressed in the French Revolution, followed by the wider consequences in other European countries, is clearly reflected in his music—as witness, the Eroica symphony and his opera Fidelio. ) এই 'ইৰইকা' চিমফ'নি তেওঁ নেপোলিয়নক দান কৰিছিল। সামাজিক অশান্তিৰ আভাস তেওঁৰ সুৰত পোৱা যায় বুলি পাশ্চাত্যৰ প্ৰায় সঙ্গীতজ্ঞই কৈ আহিছে। তাৰ পিছত আমি আকৌ পাওঁ যে 'বাচ'ৰ সঙ্গীতে ওঁঠৰ শতিকাৰ আগভাগৰ নীতিজ্ঞাৰ অধীনত চলা সমাৰ্জৰ পৰিস্থিতিৰ অভাস দিয়ে। ওৱে-বাৰ্ষৰ ' ওৱাট্লজ' পৃথিৱী-বিখ্যাত । এওঁৰ এনে সুৰৰ উৎপত্তিৰ





মূলতে আছে। "ভিয়েনা কংগ্ৰেছৰ চমকপ্ৰদ পাৰিপাশ্চিকতা" glitter of congress of Vienna ) আৰু 'সাম্ৰাজ্ঞী মেৰী লুইৰ ৰাজসভা " ( Court of the empress Marie Louise' ) তাৰ পিছত আমি এক প্ৰকাৰৰ ভৌগোলিক প্ৰভাৱো পাওঁ। ভাৰতত 'ওৱাটসজ'ৰ উৎপত্তি নহল কিয় ? বা ইংলণ্ডত 'ভৈৰৱী' নাই কিয় ? ই যেন প্ৰাকৃতিক—কিয় এনে হয় তাৰ উত্তৰ প্ৰায় সঙ্গীতজ্ঞই নিমাত। আকৌ ইয়াৰ অলপ ব্যতিক্ৰম পোৱা যায় গ্ৰাম্য সঙ্গীত। এই গ্ৰাম্য গীত বোৰৰ পৃথিবীৰ সকলো ঠাইতে অলপ অলপ মিল থকা যেন লাগে। গুহাবাসীবোৰৰ অশিক্ষিত সৰল হাতৰ শিলত কটা সহজ মূৰ্ত্তি বোৰ যেন পৃথিৱীৰ প্ৰায় সকলো ঠাইতে একে। জুইৰ চাৰিও ফালে মতা-মাইকীয়ে গীতৰ বাতি আনন্দত নচা ৰীতি ৰাচিয়াতো পোৱা যায় আৰু আমাৰ ভাৰতৰ প্ৰায় ঠাইতে প্ৰচলিত। তাৰ পিছত আমি আকৌ দেখোঁ বেলেগ বেলেগ জাতিৰ বা ৰাষ্ট্ৰৰ মানসিক পৰিস্থিতিয়ে কলাক বেলেগ বেলেগ আকৃতি দিয়ে। মাইকেল এঞ্জেলোৰ সময়ত গ্ৰীচত দৈহিক সৌন্দৰ্য্যক আগ ঠাই দিয়াৰ ফলতেই তেওঁৰ কলাত আমি দেহৰ সূক্ষ্ম জোখৰ আৰু সঁচা আকৃতিৰ পৰিমাণ পাওঁ। কিন্তু ভাৰতত সেই সময়ৰ কাৰুকাৰ্য্যলৈ চালে আমি দাৰ্শনিক ভাৱটোকহে আগঠাই দিয়া দেখোঁ। দেহা বা আকৃতিক প্ৰায় সকলোতে একে ভাৱে ধৰা-বন্ধা ৰীতিত লৈ তাকে আলম

কৰি মানৱৰ বেলেগ বেলেগ মানসিক ভাৱধাৰা ফুটাই তুলিছিল। আকৌ আমি মোগলৰ যুগৰ কলাত দেখিম যে লাহে লাহে ভাৰততো দেশৰ বা প্ৰাকৃতিৰ হুবহু চিত্ৰনো আগ বাঢ় আহিছিল। ছাহেনছাহ আকবৰ, ছাহজাহান্ নুৰজাহান আদিৰ প্ৰতিকৃতিৰ চিত্ৰ চালেই তাৰ প্ৰমাণ পোৱা যায়।

শিল্পীয়ে আৰু কেতবোৰ কথা ভাবিব লগীয়া আছে তাৰে দুই এটি উনুকিওৱা হল। সমাজে যেনেকৈ কলাত প্ৰভাৱ বিস্তাৰ কৰে ঠিক তেনেকৈ কলায়ো সমাজৰ ওপৰত অতিৰিক্ত ভাৱে প্ৰভাৱ পেলোৱাৰ নিতান্ত উচিত। আজি ভাৰতৰ চিত্ৰকলা শাস্ত্ৰীয়-সঙ্গীত, ভাৰতীয়-নৃত্য কি অৱস্থাত থিয় দিছে আৰু কেনেকৈ গতি কৰি আহিছে তাক চালে আমি এটি কথা স্পষ্টকৈ দেখোঁ যে গোটেই ভাৰতত, ভাৰতৰে চেনেহৰ নিখুঁট বৈজ্ঞানিক কলা কেইটিৰ বহুল প্ৰচাৰ হোৱা নাই। ইয়াৰ কাৰণ হৈছে গোটেই কেইটি বস্তু এটি সীমাৱদ্ধ ধনীসমাজৰ মাজতে আৱদ্ধ হৈ আহিছে বুৰঞ্জীয়েই সাক্ষী দিয়ে যে ৰাজসভা—দৰবাৰ—জমিদাৰ—আৰু ধনী শ্ৰেণীৰে মাজতহে শিল্পীসকলে থিতাপি লৈ আহিছে মোগল বাদচাহৰ দৰবাৰতহে তানসেন আছিল। তানসেনৰ গীত সৰ্ব্ব সাধাৰণে শুনিবৰ হয়তো সুবিধাই নাপাইছিল। এনেকৈয়ে অতীজ সুকুমাৰ কলাৰ সৰ্ব্বসাধাৰণৰ মাজত প্ৰচলনো কমি আহিছে আৰু





লাহে লাহে বিশেষ উৎসুকতাৰে চাবলৈও এৰিছে। ভাৰতত যি আঙুলি মূৰত লবলগীয়া গায়ক আছে তেওঁলোকৰ গীত খুব কম সংখ্যক ভাৰতীয়ইহে উপভোগ কৰিব পাৰিছে। সদৌ ভাৰত সঙ্গীত সন্মিলনীৰ প্ৰথম শ্ৰেণীৰ প্ৰৱেশ-প্ৰত্ৰৰ দাম ৫২১৲ টকা দি সঙ্গীত শুনিবৰ আৰ্থিক অৱস্থা কেইজন ভাৰতীয়ৰ আছে? আমি অৱশ্যে শিল্পীসকলৰ ওপৰত কোনো ধৰণৰ দোষাৰোপ কৰিব নোৱাৰো ই বোধ হয় এ চালত সমাজৰ গতিৰহে দোষ। আকৌ জন সাধাৰণে উপলব্ধি কৰিব পৰা কলাবোৰক কিছুমানে অৱজ্ঞাৰ চকুৰে চায়। তাক কলা বুলবলৈও হয়তো কোনো কোনোৱে কুণ্ঠিত বোধ কৰে। কিন্তু ই ধ্ৰুৱপ যে সকলোৰে নিজৰ নিজৰ সৌন্দৰ্য্য আছে আৰু বেলেগ বেলেগ ভাৱে ই মনক শান্তিও দিয়ে। বহুত সময়ত ইয়াৰ দৰ্কাৰো হয়। ভাৰতৰ শাস্ত্ৰীয়-সঙ্গীত 'বন্দে মাতৰম্' গীতটি পণ্ডিত ওঙ্কাৰনাথ ঠাকুৰে চৌতালৰ ধ্ৰুৱপদত উচ্চ ধৰণে গাবও পাৰে আৰু তেখেতৰ অপৰিসীম গুণৰ দ্বাৰা সকলোকে মোহিত কৰিব পাৰে—দেশ প্ৰেমৰ আধ্যাত্মিকতা মানুহৰ মনলৈ আনিবও পাৰে। কিন্তু জন সাধাৰণে ইয়াক শ্ৰদ্ধাৰ চকুৰে চালেও নিজে গাই কিমান দূৰ উপলব্ধি কৰিব পাৰে তাক থিক কৰা টান হৈ পৰে। ৰিপাব্লিকান স্পেইনৰ নতুন জাতীয় সঙ্গীতটি সম্পূৰ্ণ গ্ৰাম্যসুৰত গঢ়া। সঙ্গীতজ্ঞ ডাণ্টনৰ মতে ইউৰোপৰ সঙ্গীতক মুঠতে তিনি ভাগে বিভক্ত কৰিব পাৰ। Art music—( কলা, সঙ্গীত ) যি কঠিন নিয়ম সঙ্গত আৰু খুব কম সংখ্যাৰ মাজত প্ৰচলিত, —Commercialized Jazz—যাক আধুনিক বুলিব পাৰি আৰু

Folk music—গ্ৰাম্য-সঙ্গীত । এনে ,বিভাগবোৰৰ সলনি ৰাচিয়াত Art musicক সৰ্ব্বসাধাৰণে উপভোগ কৰিব পৰা কৰা হৈছে । “ধনতান্ত্ৰিক জগতৰ সঙ্গীতৰ ত্ৰিধাৰাত্মক এই শ্ৰেণী-বিভাগৰ বিপৰীতে, চোভিয়েট ৰুচিয়াত এটি নতুন বিকাশ দেখা যায় । স্পষ্টতঃ ইয়াৰ সামাজিক গঠনে সুবিধা বাদী শ্ৰেণী ধ্বংস কৰি শ্ৰেণী বিহীন সমাজৰ পথত আগবাঢ়িছে । এতেকে এইটো আশানুৰূপ যে, ৰাচিয়াৰ সঙ্গীতত,—কলা সঙ্গীত আৰু গণ সঙ্গীত ।

In contrast to this three-fold cleavage in the music of the capitalist world is a new development in Soviet union. Here manifestly is a social order which having abolished privileged classes is on the way to classless society. As might be expected, therefore we find in the music of U. S. S. R. a flourshing Art music, co-existing-quite amicably with true popular music —( C. Darnton ) দুয়োটিয়ে সম্পূৰ্ণ সহজ ভাবেই ওচৰা-ওচৰিকৈ চলি আহিছে” । (চি, ডাৰ্ণটন) সৰ্ব্বসাধাৰণে ভাল পোৱা বস্তুক আমি দলিয়াই পেলাব নোৱাৰোঁ বা দিনে দিনে ইয়াৰ প্ৰচলনৰ





ক্ষিত্ৰ গতিৰ বাবে কাকো দোষো দিব নোৱাৰোঁ । জনতাৰ কাৰণে যি ভাল হয়—তাক আদৰি লবলৈ গৈ কোনেও শাস্ত্ৰীয়-সঙ্গীত বা উচ্চ ভাৱৰ ভাৰতীয় কলাকো অপমান কৰিবলৈ নাযায় । মহাত্মাই সংস্কৃত উৰ্দ্দু সংমিশ্ৰণৰ পৰা জনতাৰ বাবে সৰল হিন্দুস্থানী কৰি সংস্কৃতৰ বাণভট্টৰ কাদম্বৰী বা উৰ্দ্দুত গালিবৰ সাহিত্যকো অপমান কৰা নাই । অবনীন্দ্ৰনাথ, নিক'লাচ ৰবিক বা ৺ সাৰদা উকীলৰ ৰহস্য পূৰ্ণ চিত্ৰকলাও শিক্ষিত কলা সাধকৰহে বোধ গম্য । ফৈয়াজ খাঁৰ সঙ্গীত সকলোৱে উপলব্ধি কৰিব নোৱাৰে কিয় ? ইয়াৰ মূলতে আছে সমাজৰ বা দেশবাসীৰ আংশিক ভাৱে অনিচ্ছাকৃত দোষ । আমাৰ দেশত এই কলা চৰ্চ্চাৰ পৰিমাণেই বা কিমান ? কলাকাৰ সকলকেই বা কিমান সুদৃষ্টিৰে চোৱা হয় । আমি ৰণ দেৱতাৰ কথা কওঁ, কিন্তু গ্ৰন্থকাৰ-দেৱতা বা শিল্পী-দেৱতাৰ কথা নকওঁ (we talk of war gods, but not of writer god or painter god ) বাৰ্ণড শ্বই এই বুলি আক্ষেপ কৰিছে । ভাৰতত শিশুকালৰ পৰা সকলো শিক্ষাৰ লগে লগে সুকুমাৰ কলাৰ ফালে মন দিয়াবলৈ আমাৰ শিক্ষা-পদ্ধতিৰ কি ব্যৱস্থা আছে ? কলেজ বা বিশ্ববিদ্যালয়বোৰ এই বিষয়লৈ কি চকু দিছে ? যি বৰ্ত্তমান ব্যৱস্থা আছে, সি অতি কিঞ্চিৎ নহয়নে ?

তাৰ পিছত আৰু এটা বিশেষ মন কৰিবলগীয়া কথা হৈছে সময়ৰ গতি আৰু তাৰ লগত কলাৰ খোজ

মিলোৱা। ই আজি কালি এটি আলোচ্য বিষয় হৈ পৰিছে। সময়ৰ লগে লগে ভাৰতৰ সুকুমাৰ কলাত ভাৰতৰ বাহিৰৰ প্ৰভাৱ পৰা দেখা গৈছে। কি সঙ্গীতত, কি চিত্ৰকলাত, প্ৰায় সকলোতে পাশ্চাত্য নিয়ম প্ৰণালী ব্যৱহাৰ কৰিব ধৰিছে। সঙ্গীতত স্পেনিচ্ ইংৰাজী প্ৰভাৱ, চিত্ৰকলাত 'কিউ-বিজম' (ত্ৰিভুজাকাৰত আঁকিবৰ এক প্ৰকাৰ প্ৰণালী যাৰ উৎপত্তি হয়, যোৱা মহাসমৰত) আদি নানাধৰণৰ বস্তু সোমাইছে। কিছু-মানে এনে সংমিশ্ৰণত ব্যুৎপত্তিও দেখুৱাইছে। ভাৰতীয় শিল্পীয়ে কিউ-বিজমৰ পৰা আৰম্ভ কৰি জাভানিজ ছায়া ক্ৰীড়া, মেক্সিকোৰ প্ৰভাৱ পেৰু বা তিৰ্ব্বেতৰ কলাৰ বা আৰু আন বিবাৰ মিশ্ৰণ কৰিবৰ সময়ত এটা কথা মনত ৰাখিব লাগিব যে শেষত গোটেই বস্তুটোৱে যেন ভাৰতীয় সাঁচ লয়। ভাৰতৰ সুকুমাৰ কলা সময়ৰ ধুমুহাই উৰাব পৰা দুৰ্ব্বল নহয়। কি সঙ্গীত, কি নৃত্য, কি চিত্ৰ সকলোতে এটি ডাঙৰ শক্তি আছে যাক আমি বাদ দিব নোৱাৰোঁ। ৰবীন্দ্ৰনাথে কৈছিল "অতীতত একেবাৰে এৰি ভৱিষ্যৎ হব নোৱাৰে"। অতীতৰ ভাৰতীয় সুকুমাৰ কলাই "কি হোৱা উচিত" তাৰ আদৰ্শ ডাঙ্গি ধৰে, কিন্তু এই কথাৰ পৰা আমি বুজা ভুল হব যে 'কি হৈছে' তালৈ ই চকুকে নিদিয়ে। ইয়াৰ বিষয়ে আমি অতীতৰ ভাৰতীয় কলাৰ কথা আগতে উন্নুকিয়াইছো। ভাৰতীয় কলাকাৰসকলে সৌন্দৰ্য্যৰ চিৰন্তন সত্যবোৰৰ গৱেষণা কৰি আহিছে গতিকে তেওঁলোকৰ পক্ষে তেওঁলোকৰ সময়ৰ





অসুন্দৰ সত্যবোৰ বাছি উলিয়াই পেলাব পাৰিছে। এই শক্তি এক মহান শক্তি। ৰাজনৈতিক পৰাধীনতাৰ স্বাভাৱিক ফলাফলৰ হিচাবেই আৰ্থিক শোষণ হব ধৰিছে। শতকৰা ৯০ জনে দুবেলা দুমুঠি খাবলৈ নাপায়। ধনকুবেৰে নিজ হাতেৰে গঢ়ি তোলা দুৰ্ভিক্ষত সহস্ৰ মুনিহ-তিৰোতা লৰা-ছোৱালীৰ, কুকুৰ-মেকুৰীৰ দৰে মৃত্যু হয়। মাতৃয়ে পুত্ৰক বেচে এমুঠি অন্নৰ বাবে;— সতীয়ে সতীত্ব বেচে এডুখৰি বস্ত্ৰৰ কাৰণে। ৰাজনৈতিক শক্তি আনৰ হাতত থকাৰ বাবেই ভাৰতত জাতিভেদ ধৰ্ম্মভেদ বৃহদাকাৰ ৰূপ ধৰিলে। জগতত এতিয়া কোনেও কাকো ভৰিৰ তলত ৰাখিবৰ শক্তি নাই। ব্ৰাহ্মণ-শূদ্ৰ চহা-ধনী হিন্দু-মুছল-মানৰ ভেদাভেদাদি ভাৰতৰ স্বাধীনতাৰ যুঁজৰ বাবে বৰ ক্ষতিকৰ। ভাৰত আজি সুনেতৃত্বৰ সহায়ত স্বাধীনতাৰ যুঁজত তীব্ৰবেগে আগ বাঢ়িছে। এনে সময়ত কলা শিল্পীৰ কৰ্ত্তব্য হব এই যুঁজত কলাৰ 'মহান শক্তি'ৰে সমাজৰ অসুন্দৰতালৈ আঙুলিওৱা আৰু তাৰ দ্বাৰা জনসাধাৰণৰ মনক জগাই তোলা। সুকুমাৰ কলাৰ প্ৰভাৱ কোনেও কেতিয়াও অৱজ্ঞা কৰিব নোৱাৰে। কোনোৱে এখন চিত্ৰ সম্পূৰ্ণভাৱে ভাল নাপাব পাৰে কিন্তু খিৰিকিয়েদি আকাশৰ ৰামধনুৰ ৰং বা ধুমুহাৰ আগ জাননী দিয়া কলা মেঘবোৰ দেখি বেয়া পাই খিৰিকিখন জপাই পেলাব— এনে মানুহ নাই। চিৰন্তন সৌন্দৰ্য্যৰ বস্তুবোৰ বাদ নিদিও কলাকাৰে বৰ্ত্তমান সমাজ বা দেশৰ পৰিস্থিতিৰ বাবে উপ-কাৰী বিষয়বোৰলৈ বেচিকৈ চকু দিয়া যুগুত। পৃথিবীৰ বেলেগ

বেলেগ ৰাজনীতিজ্ঞসকলে অতীজ’ৰে পৰা সুকুমাৰ কলাক উচ্চস্থান দি আহিছে। গ্ৰীচত প্লেটোৱে তেওঁৰ “দাৰ্শনিক ৰজা” ( Philosopher King )— ভাৰতত কৌটিল্যই অৰ্থ শাস্ত্ৰত শাসনকৰ্ত্তাজনক সুকুমাৰ কলাত ব্যুৎপত্তি থকা বুলি দেখুৱাইছে আৰু হব লাগে বুলি জোৰেৰে কৈছিল। বাৰ্ণাৰ্ড শ্বই কৈছে “ কলানুৰাগবিহীন বিশ্ৰাম ভয়ঙ্কৰ ” ( Leisure without aesthetic taste is dangerous. ) সুকুমাৰ কলাই পৃথিবীৰ বেলেগ বেলেগ ঠাইত হোৱা বিদ্ৰোহ আৰু স্বাধীনতাৰ যুজত অসীম পৰিমাণে সহায় কৰি আহিছে। ফৰাচী বিদ্ৰোহত আমেৰিকাৰ স্বাধীনতা যুদ্ধত, আৰু ৰাচিয়াৰ জনতাৰ বিদ্ৰোহত কলাইহে আগতে নতুন ৰূপ ধৰি জনসাধাৰণৰ মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। ভাৰতৰ মনীষী পণ্ডিত জৱাহৰলাল নেহেৰুৱে এনে ‘জীৱন্ত কলা’ক ৰাষ্ট্ৰৰ পৰা উদ্ভৱ হোৱা বুলি ব্যাখ্যা দিয়ে। ৰাষ্ট্ৰক জগাই লব পাৰিলে ভাৰতৰ সুকুমাৰ কলা আপোনা আপুনি উন্নতিৰ পথত আহিব। তেখেতে ভাবে “আমি জাগি উঠিব লাগিব আৰু তাৰ লগতে জাগিব আমাৰ কলা। শতাব্দীজুৰি থকা কলাঘুমটিৰ পৰা গোটেই ভাৰত জাগি উঠিব। যদি জাতি আগবাঢ়ি যায় কলা পিচ পৰি নেথাকে” ( We must wake up and our Art would wake up with it. The whole of India would rise up from the slumber of the centuries. If the nation advances— Art would not lay behind. )





আধুনিক যুগৰ ভাৰতৰ শিল্পীসকলৰ মনত কলাৰ বহুতো মুখ্য উদ্দেশ্যৰ মাজতে তেওঁলোকৰ কলাৰ মাজেদিয়েই এই ৰাষ্ট্ৰক জাগ্ৰত কৰা উদ্দেশ্যটিকো সুমুৱাই লব লাগিব। ভাৰতৰ স্বৰাজৰ যুজ’ত সকলোৰে সহায় লাগিব। শিল্পীসকলৰ সাধাৰণ মানৱতাতকৈ অতিৰিক্ত শক্তি থকা কথাটো স’চা। সুন্দৰ সাধক শিৱৰ বাহন উন্মত্ত ষাঁড়। এই উন্মত্ত ষাঁড় সেই ‘অতিৰিক্ত শক্তি’ৰ প্ৰতিমূৰ্ত্তি বুলি কোনো কোনো পণ্ডিতে কৈ আহিছে। পৃথিবী কঁপাই তোলা তাণ্ডৱ, সুন্দৰ শিৱৰেই সৃষ্টি। শিল্পিসমূহে কলাৰ মাজেদি এক বৃহৎশক্তি গঢ়ি তুলিব পাৰে। সেইৰাবেই স্বাধীনতাৰ বাবে কন্দা কৰি জ্যোতি আগৰৱালা দেৱে স্বাধীনতাৰ যুজ’ত যোগ দিবলৈ চিঞৰি উঠিছে—

—“আঁহা যত কলা বিশাৰদ
বিশাৰদ শাৰদ আঁহা শিলাকুটি বৃন্দ
সঙ্গীত নাৰদ অসমীয়া স্থপতিৰ
কাৰুকৰ খনিকৰ নবীন ভাস্কৰ আঁহা
নাট্য সূত্ৰধৰ আঁহা আঁহা ৰূপৰ কোঁৱৰ
আঁহা যত পুত্ৰ অসমৰ—”

দেশৰ এনে সন্ধিক্ষণত ভাৰতীয় সুকুমাৰ কলাত ৰাপ থকা প্ৰত্যেক যুৱক আৰু প্ৰত্যেক যুৱতীয়ে এনেবোৰ কথা ভাবি কৰ্ত্তব্যত আগ নাবাঢ়িলে আৰু কোনেইবা ভাবিব—আৰু কোনেইবা কৰিব ?

——— শ্ৰীভূপেন্দ্ৰ কুমাৰ হাজৰিকা।

# বৈজ্ঞানিক ভৌতিকবাদ বা ডাইলেকটিকেল মেটেৰিয়েলিজম।

—০(০)০—

বিভিন্ন দাৰ্শনিকে বিভিন্ন ৰকমে ৰাষ্ট্ৰীয় আৰু সামাজিক অৱস্থা—ইয়াৰ পৰিবৰ্ত্তন আৰু মানৱীয় প্ৰকৃতি সম্বন্ধে আলোচনা কৰিছে। এই বিষয় বোৰৰ প্ৰত্যেকটোৰ সম্বন্ধে প্ৰত্যেক দাৰ্শনিকে কি দৃষ্টি ভঙ্গীলৈ আলোচনা কৰিছে, যদিও সেই আটাইবোৰ আলোচনা কৰা এই প্ৰবন্ধৰ উদ্দেশ্য নহয় তথাপি ভৌতিকবাদৰ বিপৰীত মতটোৰ কথা ইয়াত অলপ উনুকিওৱা অ-প্ৰাসঙ্গিক নহব যেন লাগে। ৰাষ্ট্ৰ আৰু সমাজ সম্বন্ধে সচৰাচৰ দুটা মত দেখা যায়। আদৰ্শবাদী-দলৰ (idealist) মতে আমি সচৰাচৰ দেখা বস্তুবোৰৰ বাহিৰেও কিছুমান আদৰ্শনীয় ideal বস্তু আছে। এই আদৰ্শনীয় বস্তুবোৰহে আচলতে মানুহৰ কাম্য বস্তু। এই আদৰ্শবাদ তেওঁলোকে অকল মানুহৰ ব্যক্তিগত ক্ষেত্ৰতে প্ৰয়োগ কৰাৰ চেষ্টা কৰি ক্ষান্ত থকা নাই। ৰাষ্ট্ৰীয় আৰু সামাজিক ক্ষেত্ৰতো প্ৰয়োগৰ চেষ্টা কৰিছে। হেগেল্, কাণ্ট, ফিটচে আদি দাৰ্শনিকসকলৰ ৰাষ্ট্ৰ সম্বন্ধীয় আদৰ্শ-বাদ এই নীতিটোৰ ওপৰতে ভিত্তি কৰি গঢ়ি উঠিছে।





পিছে এই আদৰ্শবাদ নীতিটোৰ প্ৰতিক্ৰিয়া উনৈশ শতি-কাৰ মাজভাগৰ পৰা ভালকৈয়ে দেখা গ'ল। ফলত আদৰ্শবাদৰ সম্পূৰ্ণ বিপৰীত আন এটা নতুন মতবাদ ওলাল। এইটোৱে ব্যক্তি-বাদ বা Individualism ব্যক্তিবাদৰ মতে ব্যক্তিয়েই সকলো। ব্যক্তিৰ সুবিধা আৰু স্বাধীনতাৰ কাৰণে ৰাষ্ট্ৰই (state) সিমান কমসম্ভৱ ব্যক্তিৰ কামত হস্তক্ষেপ কৰা উচিত। এই নীতিটোৰ ফালৰ পৰা চাবলৈ হলে ৰাষ্ট্ৰৰ একমাত্ৰ কাম হ'ল শান্তিৰক্ষা কৰা (police function) পিছে কথাটো দেখোঁতেই অসম্ভৱ যেন লাগে।

এই নীতিটোও এদল মানুহৰ পছন্দ নহল। ব্যক্তি স্বাধীনতাৰ দৰ্কাৰ আছে সঁচা; কিন্তু ব্যক্তি স্বাধীনতাৰ নামত অৰাজকতা আৰু স্বেচ্ছাচাৰ কেতিয়াও সমাজৰ কাম্য হব নোৱাৰে। বিশেষকৈ অৰ্থ-নৈতিক ক্ষেত্ৰত ইয়াৰ প্ৰতিক্ৰিয়া বৰ ভয়ানক হয়। যেতিয়া প্ৰত্যেক ব্যক্তিকে তাৰ নিজৰ ইচ্ছানুযায়ী কাম কৰিবলৈ সুবিধা দিয়া হয়। এদল মানুহ বেচি শক্তিশালী আৰু সম্পদশালী হব সঁচা; কিন্তু লগে লগে এদল উৎপীড়িত, লুণ্ঠিত আৰু পদদলিত হৈও থাকিব। এই দোষৰ কাৰণে ৰাজনীতি ক্ষেত্ৰত আন এটা নতুন মতবাদৰ দৰ্কাৰ হ'ল—যিটোৱে মানৱ সমাজক এই বৈষম্য, অৰাজকতা আৰু শোষণৰ হাতৰ পৰা ৰক্ষা কৰিব পাৰে আৰু মানুহৰ জন্মগত স্বত্ব স্বাধীনতা আৰু মমতা উপভোগৰ সুবিধা দিব পাৰে। ইয়াকেই সমাজতন্ত্ৰ বাদ বা (socialism) বোলা হয়।

মাৰ্কসকেই সকলো দাৰ্শনিকে এই সমাজতন্ত্ৰ বাদৰ জন্মদাতা বুলি স্বীকাৰ কৰে। মাৰ্কসৰ মতে সাম্ৰাজ্যৰ ভিত্তি হ'ল দলগত ভিত্তিৰ ওপৰত স্থাপিত। মানুহৰ চেষ্টাৰ ফলত শেষত এনে এটা অৱস্থা আহিব ব'ত শ্ৰেণী ( Class ) বা ৰাষ্ট্ৰ নাথাকিব। এইটোকে মাৰ্কসে Stateless and classless Society বা ৰাষ্ট্ৰবিহীন আৰু শ্ৰেণী বিহীন সমাজ বুলিছে। সমাজত শ্ৰেণী বা ৰাষ্ট্ৰৰ নো কিয় আৱশ্যক নাই বা মাৰ্কসে নো শ্ৰেণী যুদ্ধৰ ( class struggle ) ওপৰত কিয় ইমান জোৰ দিয়ে ? এই আটাইখিনি কথাৰ উত্তৰ পোৱা যায় যিটো মূলনীতিক ভিত্তি কৰি সাম্যবাদ ( Communism ) গঢ়ি উঠিছে সেই নীতিটোৰ আলোচনা কৰিলে। এইটোকে বৈজ্ঞানিক ভৌতিক-বাদ বা Dialectical or Historical ( Materialism ) বোলে।

ভৌতিকবাদ ( Materialism ) যদিও এটা নতুন কথা নহয়, তথাপি ৰাজনৈতিক বিশেষকৈ ঐতিহাসিক আলোচনা ক্ষেত্ৰত কাৰ্ল মাৰ্কসেই প্ৰথমে ইয়াৰ ব্যৱহাৰ যৌক্তিকতা প্ৰমাণ কৰে। গতিকে ভৌতিকবাদ বা মেটেৰিয়েলিজম কথাষাৰ মাৰ্কসৰ ৰাজনৈতিক আৰু দাৰ্শনিক মতবাদবোৰৰ লগত ওতঃপ্ৰোতঃ ভাৱেই জড়িত। সেয়ে এই কথাষাৰ নুবুজিলে মাৰ্কসক বুজিব নোৱাৰি।

'ডাইলেক্টিক্স' কথাষাৰ আমাৰ ভাষাত ভালকৈ প্ৰকাশ কৰা উজু নহয়। আমাৰ ভাৰতীয় সাহিত্যক্ষেত্ৰত বিখ্যাত হিন্দীসাহিত্যৰ

এশ চৌধ



লিখক ৰাহুল সাংস্কৃতায়নে প্ৰথমে এই সম্বন্ধে লিখিবলৈ চেষ্টা কৰে। তেখেতে ডাইলেক্টিকেল মেটেৰিয়েলিজম কথাষাৰক বৈজ্ঞানিক ভৌতিকবাদ আখ্যা দিছে। গতিকে ইয়াত মই তেখেতে দিয়া পৰিভাষাকে ব্যৱহাৰ কৰিলো।

ডাইলেক্টিক্স শব্দটো গ্ৰীক শব্দ ডাইলগো (Dialego) শব্দৰ পৰা ওলাইছে। ডাইলগ মানে আলোচনা কৰা তাহানিৰ দাৰ্শ-নিক সকলে ভাবিছিল যে আচল সত্যত উপনীত হোৱাৰ প্ৰকৃষ্ট উপায় হ'ল— বিৰুদ্ধ ভাব ( Contradictory ) বা বিপৰীতমতৰ লগত তেনে ভাব বা মত ৰিজাই সেই বিপৰীত ভাববোৰৰ বৈপৰীত্যৰ মাজত কোনো এটা কথাৰ অনুসন্ধান বা অধ্যয়ন কৰা। চমুকৈ কবলৈ হলে ভৌতিকবাদ আধ্যাত্মবাদৰ বিপৰীত কথা মাত্ৰ। লেনিনৰ ভাষাত কবলৈ হলে "বৈজ্ঞানিক ভৌতিকবাদ কথাষাৰৰ আচল অৰ্থ হ'ল— বস্তুৰ আচল বিষয় সম্বন্ধে অনৈক্যতাৰ সহায়েৰে অধ্যয়ণ কৰা।"

মাৰ্কস আৰু ইঙ্গেলচৰ মতবাদৰ এটা প্ৰধান কথা হল সামা-জিক উন্নতি আৰু ঐতিহাসিক প্ৰগতি। "সকলো বস্তুতে লুকাই থকা এটা বিৰাট সৰ্ব্বব্যাপক শক্তিয়ে সকলো অৱস্থাৰে উন্নতি পৰি-চালিত আৰু নিৰ্দ্ধাৰণ কৰে।" সকলো কথাই সদায় এটা অৱস্থাৰ পৰা অইন এটা অৱস্থালৈ পৰিবৰ্ত্তিত হৈয়েই আছে। ইয়াকে অৰ্থাৎ এই অৱস্থাৰ ৰূপান্তৰকে ভৌতিকবাদ বোলে।

এশ পোন্ধৰ

ডাইলেক্‌টিক্‌স প্ৰগতিৰ মূল কাৰণ প্ৰকৃতি সমাজ আৰু মানুহৰ চিন্তাধাৰাৰ মাজত ইয়াৰ প্ৰভাব সদায়েই আছে। আৰু থাকিব। সকলো আৱয়বিক ( Phenomenal ) বস্তুৰেই সিহঁতৰ কি আৱয়বিক কি মৌলিক উন্নতি এই অনৈক্য -তাকে ভিত্তি কৰি হয় ( on the basis of contra-diction ) আমি দেখা সকলো কথাৰ উন্নতি হয় অসামঞ্জস্যক ভিত্তি কৰি। এই মূল ভিত্তি ( thesis ) বা কথাৰ জগত যেতিয়া তাৰ এটা বিৰুদ্ধ বা অসামঞ্জস্য ( anti thesis ) কথাৰ সংযোগ হয় তেতিয়া সি আৰু আগৰ অৱস্থাত নাথাকে। তাৰ ঠাইত এটা সম্পূৰ্ণ নতুন বস্তু বা কথাৰ উদ্ভৱ হয়। এইটোকে সংযোগ বা সংমিশ্ৰণ ( synthesis ) বোলে। এই সংযোগ আগৰ দুয়োটা অৱস্থাতকৈ সম্পূৰ্ণ বেলেগ আৰু উন্নত। জগতৰ কোনো আৱয়বিক বস্তুৱেই ( phenomenon ) একেটা অৱস্থাতে থাকিব নোৱাৰে। প্ৰত্যেকেই নতুন অথচ আগতকৈ উচ্চ এটা অৱস্থালৈ সদায়ে আগবাঢ়ি গৈ থাকে। ইয়াকে মাৰ্কসে ডাইলে-কটিক্‌স ( Dialectics ) বুলিছে ? ওপৰৰ কথাৰ পৰা এইটো সুন্দৰকৈ প্ৰমাণ হয় যে কোনো বস্তু বা অৱস্থা নিশ্চল হব নোৱাৰে। অৱস্থাৰ ৰূপান্তৰ ( Transformasion ) সদায়ে হৈ আছে আৰু এই পৰিবৰ্ত্তিত অৱস্থাও আগৰ অৱস্থাতকৈ বেয়া





বা পিছ পৰা হব নোৱাৰে। এই সংযোগ ( synthesis ) টো সম্পূৰ্ণ নতুন আৰু উন্নত বস্তুহে হব লাগিব।

এটা উদাহৰণ দিয়া যাওক। বিয়োজন আৰু বিয়োজনৰ সংঘাতৰ ফলত ( negation of the negation ) যি সংযোগৰ ( synthesis ) জন্ম হয় সি সদায় উৰ্ব্বৰা (frolific) অৰ্থাৎ তাৰ পৰা সদায়ে নতুন বস্তু জন্মে। যেনে এটা ধান। ধানটো যেতিয়া মাটিত পৰি থাকে বায়ু, পানী আৰু তাপৰ সহায়ত ক্ৰমশঃতাৰ পৰা অঙ্কুৰ ওলায়। ধানটো আৰু নেথাকে। তাৰ মানে গুটিটোক বিয়োজন কৰা হল ( the-seed is negated ) আৰু তাৰ ঠাইত নতুন এটা গজালি ওলাল।

এই গছজোপাই হ'ল গুটিটোৰ বিয়োজন। গছজোপা বাঢ়ে ফুল ফল ধৰে, বুঢ়া হয় আৰু শেষত শুকাই মৰি যায়। কিন্তু সেই সৰু ধানটোৱে পিছত এৰি যায় অসংখ্য নতুন আৰু পুষ্টধান। এটা পখিলা। এই পখিলাটো এটা সৰু কণীৰ পৰা জন্মে। যেতিয়া পখিলাটো ডাঙৰ হয়, সি আন এটা পখিলাৰ লগত সহযোগ বা সহবাস কৰে। তাৰ পিছত সিহঁত মৰি যায়, কিন্তু সিহঁতে এৰি যায় অসংখ্য নতুন আৰু উৰ্ব্বৰা কণী। এটা সহজ উদাহৰণ দিয়া যাওক। অঙ্ক কৰোতে

সকলোৱে জানে একেলগে দুটা বিয়োগ চিন থাকিলে দুয়োটা মিলি যোগ চিন হৈ যায়। এয়েই, চমুকৈ কবলৈ গলে ডাইলেকটিকস্।

সকলো সামাজিক, ৰাষ্ট্ৰীয় আৰু আৱয়বিক ( Phenomenal ) পৰিবৰ্ত্তন হয় এই বৈজ্ঞানিক ভৌতিকবাদক ভিত্তি কৰি। এই পৰি-বৰ্ত্তনৰ লগত নৈতিক বা আধ্যাত্মিক কোনো কথাৰ সম্বন্ধ নাই। কথা-ষাৰ শুনোতে আচলতে অলপ কেনেবা কেনেবা লাগে। কাৰণ, আমি ভাৰতীয় মানুহে এতিয়ালৈ বিশ্বাস কৰি আছোঁ যে সকলো জাগতিক পৰিবৰ্ত্তন হয় এটা অদৃশ্য ঐশীশক্তিৰ সহায়ত্তহে। এই কথাষাৰ আমাৰ মনত ইমান দকৈ বহি গৈছে যে আজি আমি তাৰ বিৰুদ্ধে কোনো কথাকে বিশ্বাস কৰিবলৈ টান পাওঁ। ইয়াৰ কাৰণ উক্ত কথাষাৰৰ ( ভৌতিকবাদৰ ) অযৌক্তিকতাৰ কাৰণে নহয় আমাৰ স্বাধীন চিন্তা শক্তি লোপ পোৱা কাৰণে আৰু আমাৰ পৌৰাণিক অন্ধ বিশ্বাসত বিশ্বাস থকা কাৰণে হে। মাৰ্কসে কয়, "ঐতিহাসিক আৰু সামাজিক সকলো পৰিবৰ্ত্তনৰ মূল কাৰণ হ'ল—অৰ্থনৈতিক সমস্যা। সকলো কথাৰ আগতে খাদ্য আৰু জীৱিকাৰ সমস্যাহে মানুহৰ মনলৈ আহে। এই সমস্যাটোৰ সমাধান নহলে মানুহে কি ব্যক্তিগত, কি সামাজিক একো কামেই কৰিব নোৱাৰে। মানুহৰ কি ব্যক্তিগত, কি সামাজিক





কি ৰাষ্ট্ৰীয় জীৱনৰ, কামবোৰ পুঙ্খানুপুঙ্খৰূপে সমালোচনা কৰি চালে সকলো কামৰ গুৰিতে যে অৰ্থনৈতিক সমস্যা বা উদ্দেশ্য জড়িত আছে, সেইটো ওলাই পৰে। জগতৰ যি কোনো কামেই নহওক সকলো অ নৈতিক সমস্যাৰ লগত ওতঃ প্ৰোতঃ ভাৱে জড়িত। ঐতিহাসিক বা সামাজিক যিবোৰ ঘটনা হৈ গৈছে বা হব ধৰিছে—প্ৰচলিত লিখকসকলে তেওঁলোকৰ সুবিধা আৰু স্বাৰ্থ অনুসাৰে সেইবোৰৰ বিভিন্ন বাখ্যা কৰিছে। কিন্তু আচলতে সকলো কথা অৰ্থনৈতিক শক্তিয়েহে পৰিচালনা কৰিছে আমাৰ ৰাম-ৰাৱণৰ যুদ্ধখন এই দৃষ্টি ভঙ্গীৰে চাবলৈ গলে ৰাৱণে সীতাক হৰণ কৰি নিয়া কাৰণে হোৱা নাছিল। যুদ্ধখনৰ প্ৰধান কাৰণ হ'ল ৰামৰ নেতৃত্বত সেই সময়ৰ ভাৰতীয়সকলৰ লঙ্কাত এখন অৰ্থনৈতিক বজাৰ স্থাপন বা বাণিজ্যৰ সম্বন্ধ স্থাপন কৰাৰ ইচ্ছাৰ কাৰণে। গতিকে এইটো প্ৰমাণ হয় যে, সকলো কথা বা ঘটনা ঘটে অৰ্থ-নৈতিক কাৰণেহে। মানৱ সমাজৰ উন্নতি আৰু পৰিবৰ্ত্তনৰ প্ৰত্যেক স্তৰতে এই অৰ্থনৈতিক শক্তিৰ প্ৰভাৱ পৰিলক্ষিত হয়। আনকি "প্ৰগতি" কথাষাৰো যে আৰ্থিক পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধনৰ বাহিৰে আন একো হব নোৱাৰে সেই বিষয়ে ডাঠি কব পৰা যায়।

অৰ্থনৈতিক উন্নতিৰ প্ৰত্যেক খাপৰ লগে লগে ঠিক সেই খাপৰ লগত খাপ খোৱা ৰাজনৈতিক পৰিবৰ্ত্তনো হয়। এই অৰ্থ-

নৈতিক আৰু ৰাজনৈতিক পৰিবৰ্ত্তনৰ লগে লগে শ্ৰেণীৰ গঠন আৰু ভিত্তিও দৃঢ় হৈ যায়। আনকি এই সকলো পৰিবৰ্ত্তন শ্ৰেণীগত পৰিবৰ্ত্তন হে মাথোন। কাৰণ সকলো কথাৰ লগতে শ্ৰেণীয় ৰূপ এটা জড়িত আছে। সেয়ে মাৰ্ক্স্ আৰু ইঙ্গেলচে তেওঁলোকৰ বিখ্যাত 'কমুউনিছ' মেনিফেষ্টো (সাম্যবাদৰ দলিল বা ঘোষণা পত্ৰ) এইধৰণে আৰম্ভ কৰিছে—এতিয়ালৈ চলি থকা সকলো সমাজৰ ইতিহাস হল শ্ৰেণীযুদ্ধৰ ইতিহাস (History of all hither to existing society is the history of the class struggle)

এই শ্ৰেণী কথাষাৰ নো কি বা বুৰঞ্জীনো কেনেকৈ শ্ৰেণী-যুদ্ধৰ বুৰঞ্জী হব পাৰে ? মানৱ সমাজৰ প্ৰথম পুৰাৰ ইতিহাসৰ পৰা আৰম্ভ কৰি এতিয়ালৈ হৈ অহা সকলো কথাৰ ইতিহাস পৰ্য্যালোচনা কৰি চালে কথাষাৰ সত্যতা ওলাই পৰে। গুৰিৰ পৰা দেখা যায় যে জগতত দুটা শ্ৰেণীয়ে সদায় স্বাৰ্থৰ কাৰণে যুদ্ধ কৰিয়েই আছে। এটা শোষক আৰু আনটো শোষিত এই শ্ৰেণী দুটা বিভিন্ন ঐতিহাসিক সময়ত বিভিন্ন নামে অভিহিত হৈছে। এই শ্ৰেণী যুদ্ধৰ স্বৰূপো বিভিন্ন ঐতিহাসিক অৱস্থাত বিভিন্ন ৰকমে প্ৰকাশ পাই আহিছে। কিন্তু এই যুদ্ধ সদায় অবিৰাম ভাবে চলিয়েই আছে। কেতিয়াবা হয়তো ই বেচি স্পষ্ট হৈ প্ৰকাশ





পাইছে আৰু কেতিয়াবা হয়তো অস্পষ্ট আৰু অদৃশ্য ভাৱে চলিছে। কিন্তু যুদ্ধ যে চলি আছে ই ধ্ৰুৱ

ঐতিহাসিক আদি অৱস্থাত সমাজৰ গঠন আৰু অৱস্থা বৰ জটিল আৰু একাবেকা আছিল। সমাজত বহুতো স্তৰ বা শ্ৰেণী আছিল। প্ৰাচীন ৰোমত patrician knight (উচ্চ শ্ৰেণী আৰু বীৰ যোদ্ধা) আৰু plebian and slave (নিম্ন শ্ৰেণীৰ লোক আৰু দাস আদি বিভিন্ন শ্ৰেণী আছিল। মধ্য যুগত এইবোৰৰ ঠাই পূৰালে জমিদাৰ শ্ৰেণী (Tendal lord) সিহঁতৰ অধীনস্থ ভূম্যাধি-কাৰী (tenants), বাণিজ্য খাপৰ গৰাকী (guild master) আৰু আন আন বিভিন্ন শ্ৰেণীয়ে।

আজিৰ বুৰ্জ্জয়াজি (bourgeoisie) এই ফিউডেল বা জমিদাৰ শ্ৰেণীৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিছে। আগৰ অৱস্থাই বাট এৰি দিলে নতুন অৱস্থাক আৰু নতুন অৱস্থা হ'ল বুৰ্জ্জয়া সভ্যতা। ফলত বুৰ্জ্জ-য়াজি আৰু প্ৰোলেটেৰিয়েট (proletariat) নামে দুটা শ্ৰেণীৰ সৃষ্টি হল। বুৰ্জ্জয়াজিয়ে আগৰ শ্ৰেণীযুদ্ধ একেবাৰেই সহজ আৰু চিনিব পৰা কৰি দিলে এতিয়া গোটেইখন সমাজ এই দুটা বিভিন্ন দলত ক্ৰমশঃ বিভক্ত হৈ পাৰিছে। ইহঁতে প্ৰত্যেকে প্ৰত্যেকৰ লগত সদায় যুদ্ধ কৰিয়েই আছে।

মধ্যযুগত জমিদাৰ ( ফিউডেল লৰ্ডৰ পৰিবৰ্ত্তে ব্যৱহাৰ কৰা হৈছে ) সম্প্ৰদায়ৰ তলত এদল বনুৱা শ্ৰেণীৰ লোক আছিল। এই দল টোক চাৰ্ফ ( Serf ) বোলা হয়। ইংলণ্ড আৰু ইউৰোপৰ আন আন দেশত ইয়াৰ উদাহৰণ পোৱা যায়। এই চাৰ্ফ শ্ৰেণীৰ পৰা পট্টাদাৰ বণিক শ্ৰেণী এটাৰ সৃষ্টি হ'ল। এই শ্ৰেণীটোৰ চেষ্টাতেই প্ৰথমে চহৰৰ সৃষ্টি হয়। সেইসময়ৰ ৰজাসকলে চহৰবোৰক অবাধে বাণিজ্য বা আন আন কাম চলাবলৈ পট্টা দিছিল (যেনে ইংলণ্ড) এই পট্টাদাৰ শ্ৰেণী ( Burgesses ) ৰ মাজতে আজিৰ বুৰ্জ্জুয়াজিৰ প্ৰথম চিন পোৱা যায়।

ইতিমধ্যে আমেৰিকা আবিষ্কাৰ হ'ল আৰু উত্তমাশা অন্তৰী-পেদি ( Cape of good hope ) প্ৰাচ্যলৈ অহা বাণিজ্যৰ বাটো আবিষ্কাৰ হ'ল। এই আৱিষ্কাৰবোৰৰ ফলত ক্ৰমশঃ গঢ়ি উঠা বুৰ্জ্জুয়াজি বেচি শক্তিশালী আৰু সংগঠিত হবলৈ সুচল পালে। বাণিজ্যৰ বজাৰৰ পৰিধি বাঢ়ি যোৱাৰ লগে লগে আন্তৰ্জ্জাতিক সাল-সলনি ( International exchange ) পণ্যবস্তুবোৰৰ ৰপ্তানি আৰু আমদানি ( Import and export of commodities ) কৰাৰ সুচলো বাঢ়ি গল। এইবোৰৰ ফলত বুৰ্জ্জুয়াজিক আগতকৈ বেচি শক্তিশালী হ'ল আৰু জাতীয় গণ্ডী পাৰ হৈ আন্তৰ্জ্জাতিক ক্ষেত্ৰত সোমাল।





উনৈশ শতিকাৰ আগভাগৰ শিল্প বিপ্লৱৰ ( Industrial revolution ) ফলত আন্তৰ্জ্জাতিক অৰ্থনৈতিক ক্ষেত্ৰতো এক নতুন পৰিবৰ্ত্তন আহিল। বহুতো নতুন নতুন পৰিশ্ৰম কমোৱা আৰু বেচি উৎপাদনশীল যন্ত্ৰৰ আৱিষ্কাৰ হ'ল। এই আবিষ্কাৰবোৰৰ ফলত অকল শিল্প জগতৰে পৰিবৰ্ত্তন নাহিল লগে লগে কৃষি আৰু আন আন উৎপাদন ক্ষেত্ৰতো আমূল পৰিবৰ্ত্তন আহিল। তাৰ পাচত দুটা স্পষ্ট ( distinct ) শ্ৰেণীৰ দুটা উদ্ভৱ হ'ল এটা ধনী সম্প্ৰদায় ( capitalist ) আৰু আনটো বনুৱা সম্প্ৰদায় ( labour)

বনুৱা সম্প্ৰদায়ৰ হাতত মূল ধন নাই। গতিকে সিহঁতে নিজৰ জীৱিকাৰ কাৰণে কিছুমান মূল ধন থকা মানুহৰ তলত কাম কৰিব লাগিব, মূল ধন কথাষাৰে অৰ্থনীতিত বহুতো বস্তু বুজায়। টকা--পইচা, বনুৱাৰ অস্ত্ৰ, শস্ত্ৰ, কাৰবাৰীৰ কাৰখানা ঘৰ, কল--কব্জা এই আটাইবোৰেই মূলধন। ধনী সম্প্ৰদায়ৰ হাতত এই মূলধন যথেষ্ট পৰিমাণে আছে আৰু সেইকাৰণে সিহঁতে কাৰবাৰ চলাব পাৰে। কিন্তু বনুৱা শ্ৰেণীৰ হাতত মূলধন নাই। সেইকাৰণে সিহঁতে সদায় নিজৰ জীৱিকাৰ কাৰণে এই ধনী সম্প্ৰদায়ৰ তলত কাম কৰিব লগা হয়। সিহঁতে সদায় জীৱিকাৰ কাৰণে ভাবিব লগীয়া হোৱা কাৰণে কলৰ গৰাকীয়ে ( millowner ) বা কাৰবাৰীয়ে সিহঁতক যিহকে দিয়ে তাকে লৈ সন্তুষ্ট থাকিব লগাত পৰে। সেই কাৰণে সিহঁতে কাৰবাৰীৰ লগত দাম খেলাব নোৱাৰে আৰু

সিহঁতৰ একমাত্ৰ বস্তু পৰিশ্ৰমক ( labour power ) কাৰবাৰীয়ে ইচ্ছামতে দিয়া দামতে বিক্ৰি কৰিব লগা হয়। গতিকে ধনী সম্প্ৰদায়ে সিহঁতৰ অসম্ভৱ লাভৰ পৰা যি অলপ সিহঁতক দিয়ে তাকে লৈয়ে সিহঁতে সন্তুষ্ট থাকিব লগাত পৰে।

এতিয়া দেখা গল যে শিল্প বিপ্লৱে এটা শ্ৰেণীৰ সৃষ্টি কৰিলে এটাৰ হাতত উৎপন্নৰ আটাইখিনি সজুলি থকা কাৰণে সিহঁত বেচি শক্তিশালি আৰু আনটো হল সম্পত্তিহীন চালছিগা বনুৱা দল। এই বনুৱা দলটোকে Proletariat বোলা হৈছে। কাৰখানাত কাম কৰা বনুৱাবোৰেই যে Proletariat এইটো ভবা ভুল হব। পথাৰত জমিদাৰৰ তলত বা তেনে ধনীৰ তলত কাম কৰা কৃষক, ৰাতিপুৱাৰ পৰা আবেলি লৈ কাম কৰা মজুৰ (day labourer) বোৰকো এই শ্ৰেণীৰে ধৰিব লাগিব। শিল্প বিপ্লৱৰ আগত এনে কোনো শ্ৰেণী নাছিল বুলি ভবাটোও ভুল হব। এই বিষয়ে আগতে উনুকিওৱা হৈছে। তেতিয়া সৰু সৰু কাৰবাৰী আছিল আৰু সিহঁতৰ শোষণৰ ক্ষেত্ৰও জাতীয় গণ্ডীতে সীমাবদ্ধ আছিল।

এতিয়া এইটো বুজা গ'ল যে বুৰ্জ্জয়াজি একেবাৰেই সৃষ্টি হোৱা নাই। বহুদিন ব্যাপি চলি থকা এটা ঐতিহাসিক ক্ৰমৰ (historical process) ফলত হে সৃষ্টি হৈছে। উৎপন্নৰ ৰীতি বস্তুৰ সাল-সলনি আদিৰ পৰিবৰ্ত্তনৰ লগে লগে এই শ্ৰেণীটো





বেচি শক্তিশালী আৰু বেচি সঙ্ঘবদ্ধ হৈ পৰিল। পিছে এই শ্ৰেণীটোৰ ক্ৰমবৰ্দ্ধনৰ শেষ ইয়াতেই হোৱা নাই। আগতেই কোৱা হৈছে যে এটা শ্ৰেণীৰ পিছত আন এটা শ্ৰেণী গঢ়ি উঠিছে। মধ্যযুগৰ জমিদাৰ শ্ৰেণীৰ ধ্বংসস্তূপৰ ওপৰত গঢ়ি উঠিল বুৰ্জ্জয়াজি। বাণিজ্য বজাৰৰ সম্প্ৰসাৰণৰ লগে লগে বুৰ্জ্জয়াজিৰ সংখ্যাও ক্ৰমশঃ কমি আহিছে। উৎপন্নৰ সঁজুলি, মূলধন আদি ক্ৰমশঃ সীমাবদ্ধ আৰু সংখ্যালঘু এটা সম্প্ৰদায়ৰ হাতলৈ আহিয়েই আছে। পিছে, বুৰ্জ্জয়াজি সংখ্যালঘু আৰু সঙ্ঘবদ্ধ হৈ অহাৰ লগে লগে প্ৰোলেটেৰিয়েটো সঙ্ঘবদ্ধ হৈ আহিছে। শেষত এনে এটা অৱস্থা আহিব যেতিয়া এই সংখ্যাধিক্য আৰু সঙ্ঘবদ্ধ প্ৰোলেটেৰিয়েট শ্ৰেণীয়ে বুৰ্জ্জয়াজিক আমূল ধ্বংস কৰিব আৰু ক্ষমতা নিজৰ হাতলৈ আনিব।

বুৰ্জ্জয়াজিৰ ক্ৰমবৰ্দ্ধনৰ লগে লগে শাসন প্ৰণালীৰো ক্ৰম-পৰিবৰ্ত্তন হৈ আহিছে। প্ৰথমতে প্ৰপাড়িত শ্ৰেণীটো জমিদাৰ শ্ৰেণীৰ অধীনত আছিল। কিছুমান ক্ষেত্ৰত সৰু সৰু স্বাধীন ৰাষ্ট্ৰও আছিল। কিছুমান ঠাইত আনকি প্ৰজাতন্ত্ৰও ( republic ) আছিল। পিছে বুৰ্জ্জয়াজিৰ ক্ৰমবৰ্দ্ধনৰ ফলত এতিয়া আহিল প্ৰতিনিধি মূলক শাসন। ( Representation form of govt) )

এতিয়া দেখা গ'ল যে ঐতিহাসিক নিয়মৰ ফলত সমাজ ক্ৰমশঃ নতুন নতুন অৱস্থালৈ আহি আছে। চকাটো সম্পূৰ্ণ ঘূৰি

শেষ হোৱা নাই। সম্পূৰ্ণ বুৰিবলৈ অল্পপ বাকী আছিল। এতিয়া সেই সময় আহিছে।

"যদি পৃথিবীৰ সকলো আৱয়বিক ( phenomenal ) ঘটনা ইটোৱে সিটোৱে সংযোজিত আৰু যদি প্ৰত্যেকেই প্ৰত্যেকৰ অধীন, তেন্তে প্ৰত্যেক সমাজ পদ্ধতি বা সামাজিক জাগৰণ কোনো চিৰন্তন নীতি ( eternal law ) বা ভবা আদৰ্শৰ ( preconceined idea ) সহায়েৰে সংশোধিত হব নোৱাৰে। এই অটাইবোৰৰে সংশোধন হ লাগিব। যিবিলাক orce ) সিহঁতক আগুৱাই দিয়ে বা যিবিলাক শক্তিয়ে সিহঁতক সঙ্ঘবদ্ধ কৰাত সহায়তা কৰিছে সেইবোৰৰ সহায়ত হে। তাৰমানে সমাজৰ পৰিবৰ্ত্তন কোনো সংস্কাৰ বা দৈবিক শক্তিৰ সহায়ত হব নোৱাৰে। যুগ যুগ ধৰি চলি অহা বিশ্ব বিপ্লৱৰ ফলত সমাজে আজিৰ এই অৱস্থা পাইছে। গতিকে বিপ্লৱৰ ফলতেই এই অৱস্থাৰ অৱসান হব লাগিব। কল্পনাবাদিসকলে ভবা কোনো শক্তি বা সংস্কাৰৰ ফলত কোনো পৰিবৰ্ত্তন হব নোৱাৰে।

জগত নিশ্চল নহয়। সদায় জগতত কি সমাজ কি শ্ৰেণী সকলোৰে পৰিবৰ্ত্তন হৈয়েই আছে। যদি পুৰণিয়ে নতুনক বাট এৰি দিয়াটোৱেই বৰ্দ্ধনৰ নীতি তেন্তে এইটো জানো প্ৰমাণ নহয় যে





জগতত স্থায়ী কোনো সমাজ পদ্ধতি থাকিব নোৱাৰে। ব্যক্তিগত সম্পত্তিৰ অধিকাৰ সম্বন্ধীয় কোনো চিৰ সত্য বা নীতি বোলা কথাও থাকিব নোৱাৰে বা শোষণবাদো জগতৰ এটা নীতি হব নোৱাৰে। বনুৱা সম্প্ৰদায় যে চিৰদিন প্ৰপীড়িত আৰু পয্যুদস্ত হৈ থাকিব লাগে তেনে কোনো কথা উঠিবই নোৱাৰে বা কৃষক যে জমিদাৰৰ অধীন হৈ সদায় কুকুৰৰ দৰে জীৱন যাপন কৰিব লাগে তেনে কোনো কথা বা নীতিও নাই। ধনতান্ত্ৰিক পদ্ধতিৰ আমূল পৰিবৰ্ত্তন আনিব পৰাটো অসম্ভৱ নহয় আৰু সামাজিক বৈষম্য দূৰ হব পাৰে। চমুকৈ কবলৈ গলে সমাজত সাম্যবাদ স্থাপিত হব পাৰে আৰু বনুৱা বা প্ৰোলেটেৰিয়ট সম্প্ৰদায়ৰ হাতলৈ ক্ষমতা আহিব পাৰে যেনে ৰুছিয়াত আহিছে।

আন হাতে ক্ৰমশঃ সংখ্যাৰ পৰা হঠাতে গুণলৈ পৰিবৰ্ত্তন হোৱাটোৱেই যদি ( pashing to slow quantitative change into rapid and abrupt quantitative changes. ) বৰ্দ্ধনৰ নীতি তেন্তে ইয়াৰ দ্বাৰা এইটোৱেই প্ৰমাণ নহয় জানো যে প্ৰপীড়িত শ্ৰেণীৰ বিপ্লৱ সম্পূৰ্ণ ই স্বাভাৱিক আৰু এটা অৱশ্যম্ভাৱী ঘটনা জগতত এনে কোনো প্ৰাকৃতিক নিয়ম নাই যি প্ৰপীড়িত শ্ৰেণীৰ বিপ্লৱে অযৌক্তিকতা প্ৰমাণ কৰিব পাৰে। এই বিপ্লৱ সম্পূৰ্ণই ন্যায়সঙ্গত আৰু যুক্তিযুক্ত। সেয়ে ধনতন্ত্ৰ বাদ গুচাই সাম্যবাদ

আৰু ধনীক শ্ৰেণীৰ হাতৰ পৰা প্ৰপীড়িত শ্ৰেণীৰ মুক্তি কোনো সংস্কাৰৰ দ্বাৰাই সম্ভৱপৰ হব নোৱাৰে। তাৰ কাৰণে বিপ্লৱৰ হে প্ৰয়োজন। "শ্ৰেণীৰ যুদ্ধ অন্তৰ্নিহিত বৈষম্য আৰু সজ্বৰ্ষৰ কাৰণে হে হয়। ( class struggle arises out of the internal contradiction by way of collision. ) বুৰ্জ্জয়া শ্ৰেণীৰ মাজত সদায়ে এই আন্তৰিক বৈষম্য আছে। গতিকে বুৰ্জ্জয়াজি যে ধ্বংস হব আৰু প্ৰোলিটেৰিয়েটৰ হাতলৈ ক্ষমতা আহিব ইও এটা স্বাভাৱিক আৰু সঁচা ঘটনা।

শ্ৰীউমাকান্ত শৰ্ম্মা।



# পদাৰ্থ বিজ্ঞানৰ বৰ্ত্তমান অৱস্থা

১৮৯৫ চনটো পদাৰ্থ বিজ্ঞানৰ বুৰঞ্জীত এটা মনত ৰাখিব লগীয়া বছৰ। গোটেই উনৈশ শতাব্দীতে পদাৰ্থ বিজ্ঞানৰ উন্নতি বিশেষ হোৱা নাছিল বুলিলেই হয়। ১৮৯৫ চনৰ পিচৰ পৰা আজিলৈকে পদাৰ্থ বিজ্ঞানৰ গবেষণাগাৰত যিবোৰ অদ্ভুত অদ্ভুত ঘটনা ঘটিছে তালৈ চাই এই উনৈশ শতাব্দীটোত পদাৰ্থ বিদ্‌সকলে কি যে কৰিছিল ভাবি আচৰিত হব লাগে। ভাবিলে এনে লাগে যেন বিংশ শতাব্দীৰ গবেষণা মূলক কামবোৰৰ বাবে উনৈশ শতাব্দীয়ে কেৱল আহিলা-পাতি গোটোৱাতেই ব্যস্ত আছিল।

উনৈশ শতাব্দীটো যেনেকৈ বৈজ্ঞানিকসকলে 'ডাৰউইনৰ শতাব্দী' ( Darwinian century ) বুলি কব খোজে তেনেকৈ বিংশ শতাব্দীকো "পদাৰ্থবিজ্ঞানৰ শতাব্দী" বুলিব পাৰি। বাকী আঢ়ৈ কুৰি বছৰত কি কি হব কব নোৱাৰিলেও এইটো ঠিক যে, এই গোটেই শতাব্দীৰ ভাৱধাৰাৰ ওপৰতে পদাৰ্থ বিজ্ঞানে এটা ভীষণ প্ৰভাৱ বিস্তাৰ কৰি থাকিব ; কিন্তু বিংশ শতাব্দীৰ আবিষ্কাৰবোৰ প্ৰকৃততে আৰম্ভ হয়, ১৮৯৫ চনত হে আৰু সেই কাৰণেই এই ১৮৯৫ চনকে

বৰ্ত্তমান বৈজ্ঞানিক ভাৱধাৰাৰ আৰম্ভণি বুলিব পাৰি। এই বছৰতে বিখ্যাত "ৰঞ্জন ৰশ্মি" ( x' rays ) আবিষ্কৃত হয়, আৰু এই ৰঞ্জন ৰশ্মিয়েই বাকীবোৰ আবিষ্কাৰৰ মূল।

এই ৰঞ্জন ৰশ্মিয়েই প্ৰথমে পদাৰ্থৰ অন্তৰ্স্থলিৰ বিষয়ে সন্ধান দিয়ে। বুৰ্জবুৰ্গৰ প্ৰফেচাৰ ৰঞ্জনৰ এই বিখ্যাত আবিষ্কাৰৰ পিচত পৃথিৱীৰ চাৰিওফালে খ্যাতনামা পদাৰ্থবিদসকলে এই ৰশ্মিৰ ভিতৰত সোমাই থকা ৰহস্যৰ সন্ধানত লাগি গ'ল। পাথৰৰ ওপৰত পৰি ৰঞ্জন ৰশ্মিয়ে যি আকৃতি ধাৰণ কৰে তাক তন্নতন্নকৈ পৰীক্ষা কৰাৰ পাচত পাথৰৰ তথা পদাৰ্থৰ গঠনৰ বিষয়ে সঠিক বাতৰি প্ৰথম বাৰৰ কাৰণে পোৱা গ'ল।

এই গবেষণাবোৰেই পৰমাণুৰ গৰ্ভস্থিত বিদ্যুৎবাহৰ ক্ষুদ্ৰ বিন্দু পদাৰ্থবোৰৰ ( Particle ) সত্যতা সম্বন্ধে সমীচীন প্ৰমাণ দিয়ে। ৰঞ্জন ৰশ্মিৰ নিজৰ জন্ম বৃত্তান্তৰৰ সন্ধান কৰাতো সেই একে তথ্যকে পোৱা হ'ল, অৰ্থাৎ পদাৰ্থৰ অন্তস্থিতবিদ্যুৎ বাহক বিন্দু পদাৰ্থবোৰৰ ( Particle ) স্থান পৰিবৰ্ত্তনৰ দ্বাৰাই যে ৰশ্মিৰ উৎপত্তি তাকে প্ৰমাণ কৰিলে।

ৰঞ্জন ৰশ্মিয়েই পদাৰ্থ বিজ্ঞানৰ এই মহান অভিযানৰ প্ৰথম পথ প্ৰদৰ্শক। ইয়েই আন এটা ডাঙৰ গবেষণাৰ বাট মুকলি কৰি





দিয়ে। সিয়েই হৈছে ৰেডিও কাৰ্য্যকলাপ ( Radio activity ) অৰ্থাৎ ৰেডিয়াম আৰু সেই শ্ৰেণীয় বস্তুবোৰৰ এটা বিশেষ আচৰণ। যদিও বেকুৰেৰেল আৰু কুৰীৰ দ্বাৰা ইয়াৰ আবিষ্কাৰ ১৮৯৬ চনতেই হৈছিল তথাপিও ১৮৯৯ চনৰ পৰাহে ইয়াৰ প্ৰকৃত গবেষণা আৰম্ভ হয়। পদাৰ্থ বিজ্ঞানে আজি যিটো অৱস্থা পাইছে তাৰ বাবে ৰঞ্জন ৰশ্মিৰ দ্বাৰা আবিষ্কৃত এই ৰেডিও কাৰ্য্যকলাপ দায়ী। পদাৰ্থৰ ই এটা অদ্ভুত আচৰণ। স্বাভাৱিক অৱস্থাতে ৰেডিয়াম, ইউৰেনিয়াম আদি এক জাতীয় পদাৰ্থৰ পৰা কিছুমান ৰশ্মি বাহিৰ হয়। আধুনিক পদাৰ্থ বিজ্ঞানৰ পিতৃ স্বৰূপ লৰ্ড-ৰাথাৰৰ্ডে ১৮৯৯ চনত দেখুৱালে যে, এই ৰশ্মি তিনি প্ৰকাৰৰ। এক প্ৰকাৰ হৈছে পজিটিভ বিদ্যুৎ বাহক বিন্দু পদাৰ্থ— আন প্ৰকাৰ হৈছে নেগেটিভ বিদ্যুৎবাহক] আৰু তৃতীয় প্ৰকাৰত বিদ্যুৎ শক্তি নাই সাধাৰণ ৰশ্মিৰ দৰে কিন্তু ৰঞ্জন ৰশ্মিতকৈও বেচি শক্তিমান। পৰমাণুৰ অন্তস্থলিৰ বিষয়ে তেতিয়ালৈকে যিবোৰ সন্দেহ পোৱা গৈছিল সেই আটাইবোৰ খবৰ এই এটা আবিষ্কাৰৰ ভিতৰতে সোমাই আছে। অৰ্থাৎ পদাৰ্থ মাত্ৰেই বিদ্যুৎ বাহক আৰু ৰশ্মি একৰকম বিদ্যুৎ শক্তিৰেই ৰূপান্তৰ মাত্ৰ।

এই দুটা বস্তু আবিষ্কাৰ হোৱাৰ পিচৰ পৰা পদাৰ্থ বিজ্ঞানৰ গবেষণাগাৰবোৰত ইমান বেগেৰে কাম চলিবলৈ ধৰিলে যে, এই যোৱা পঞ্চাশ বছৰৰ সম্পূৰ্ণ বিবৰণী এটা দিবলৈ গলে ভালেখিনি

কথাৰ আলোচনা কৰিব লাগিব। খুব চমুকৈ কবলৈ গলে ইয়াকে কব লাগিব যে, এই দুয়োটা আবিষ্কাৰ আৰু তাৰ গবেষণাবোৰৰ শেষ ফল হলগৈ এই যে, ৰসায়ণ বিদ্সকলে পদাৰ্থৰ আটাইতকৈ ক্ষুদ্ৰ অৱস্থা যি পৰমাণুটোৰ ভিতৰলৈ সোমাব নোৱাৰিছিল, পদাৰ্থ বিজ্ঞানে শেষত এই দুই আবিষ্কাৰৰ বলত সেই পৰমাণুটোৰ ভিতৰত সোমাই বিন্দু পদাৰ্থবোৰ আবিষ্কাৰ কৰি উলিয়ালে। এইবোৰ হৈছে 'ইলেক্ট্ৰন' 'প্ৰোটেন' আৰু তাৰ পিচত আবিষ্কৃত হোৱা আটাইতকৈ আৱশ্যকীয় 'নিউট্ৰন'। পৰমাণুটোৰ ঠিক মধ্যভাগত থাকে এটা 'নিউক্লিয়াচ,' আৰু তাৰ চাৰিওফালে ইলেক্ট্ৰনবোৰ ঘুৰি ফুৰে। 'নিউক্লিয়াচ'টো 'পজিটিভ' আৰু 'ইলেক্ট্ৰন'টো নেগেটিভ বিদ্যুৎ শক্তি বাহক। দুয়োটা মিলি গোটেই পৰমাণুটোক নিষ্ক্ৰিয় ( neutral ) কৰি ৰাখে। আকৌ 'নিউক্লিয়াচ'টোৰ ভিতৰত থাকে 'প্ৰোটন' আৰু 'নিউট্ৰন', দুয়োটাৰে ওজন প্ৰায় সমান, কিন্তু প্ৰোটন পজিটিভ বিদ্যুৎ শক্তি-মান আৰু নিউট্ৰনটোত বিদ্যুৎ শক্তি নেথাকে। এই কেইটাই পদাৰ্থৰ আটাইতকৈ মূল ক্ষুদ্ৰতম অৱস্থা। ইয়াৰ বাহিৰেও পিচত পজিট্ৰন, নিগেট্ৰন্, মেছন আদি কিছুমান বিন্দু পদাৰ্থ আবিষ্কৃত হৈছে; ইহঁতৰ আৱশ্যকতা আগৰ তিনিতাতকৈ কম। এটা কথা এইখিনিতে কব লাগিব যে, "প্ৰোটেন" আৰু "নিউট্ৰন্ৰ" ওজন প্ৰায় হাইড্ৰোজেনৰ





পৰমাণু এটাৰ সমান— কিন্তু 'ইলেক্ট্ৰন' বা 'পজিট্ৰন'ৰ ওজনটো হাইড্ৰোজেনৰ পৰমাণুৰ ওজনতকৈ $\frac{১}{১৮৪০}$ গুণে কম।

আমি এতিয়া এই নিউক্লিয়াচটোৰ বিষয়ে অলপ আলোচনা কৰোঁ। তাৰ ভিতৰত থকা প্ৰোটন আৰু 'নিউট্ৰন'বোৰ ইমান ডাঙৰ শক্তি এটাৰে ইটোৰ প্ৰতি সিটো আকৃষ্ট হৈ আছে যে, কিবা উপায়েৰে সিহঁতক পৃথক কৰিব পাৰিলেই সেই শক্তিখিনি মুক্ত হব। যিমানেই গধুৰ পদাৰ্থ হয়, সিমানেই বেচি সংখ্যক প্ৰোটন আৰু 'নিউট্ৰন' তাৰ ভিতৰত থাকে আৰু সেইবাবে আমি আজিলৈকে জনাৰ ভিতৰত আটাইতকৈ গধুৰ পদাৰ্থ 'ইউৰেণিয়াম'ত আটাইতকৈ বেচি সংখ্যক 'প্ৰোটন' আৰু 'নিউট্ৰন' আছে, সেই গতিকেই সিহঁতক বান্ধি ৰখা শক্তিটোও আটাইতকৈ বেচি। এটা ইউৰেণিয়ামৰ পৰমাণুক দাভি দি "প্ৰোটন" আৰু 'নিউট্ৰন' বোৰ পৃথক কৰিব পাৰিলেই তাৰ পৰা এটা প্ৰকাণ্ড শক্তি বাহিৰ হয়; আৰু এই নীতিকে অৱলম্বন কৰি বিখ্যাত "এটম্-বোমা" তৈয়াৰ কৰা হৈছে। "এটম্-বোমাৰ" পৰা ওলোৱা শক্তিটোৰ বিষয়ে আৰু অলপ কব লগীয়া আছে, তাকে তলত অন্য এক ক্ষেত্ৰত কোৱা হব।

ওপৰত কোৱা কথাখিনিৰে পদাৰ্থবিজ্ঞানৰ কেৱল পৰ্য্যবেক্ষণ মূলক কালটোহে দেখুৱা হৈছে, কিন্তু এই কেইবছৰৰ ভিতৰত ইয়াৰ

লগে লগে পদাৰ্থ বিজ্ঞানৰ মতবাদ সম্পৰ্কেও ইমান বেচি গবেষণা হৈছে যে, তাক নকলে পদাৰ্থ বিজ্ঞানৰ এটা সম্পূৰ্ণ ছবি এটা দাঙি ধৰা নহব। প্ৰথমতে কব লাগিব, এই শতাব্দীৰ আৰম্ভণিতে প্ৰচাৰ কৰা সুবিখ্যাত বৈজ্ঞানিক এলবাৰ্ট আইনষ্টাইনৰ আপেক্ষিকতাবাদ ( Theory of Relativity ) পদাৰ্থবিজ্ঞানৰ মতবাদবোৰ অধ্যয়ন কৰোঁতে অঙ্কশাস্ত্ৰৰ সহায় সদায় লব লাগে; তাৰোপৰি এই বিখ্যাত আপেক্ষিকতাবাদ আজি অকল অঙ্কশাস্ত্ৰৰ ভিতৰতে আবদ্ধ নাই— সি আমাৰ গোটেইটো জীৱনকে এনে ভাৱে সাঙুৰি ধৰিছে যে প্ৰত্যেক বিষয়তে তাৰ সহায় লবলগীয়া হয়। আজিৰ এই আলোচনাত তাক বিশেষ ভাৱে উল্লেখ কৰাৰ কাৰণ এয়ে যে আপেক্ষিকতাবাদৰ পৰা কেইটামান খুব আচৰিত ধৰণৰ কথা ওলাইছে— যিবোৰ পদাৰ্থ বিজ্ঞানত খুব বেচি আৱশ্যক হৈ পৰিছে।

প্ৰথমতে হৈছে যে পোহৰৰ গতিৰ বেগ যি কোনো বেগতকৈ বেচি; অৰ্থাৎ গোটেই ভূমণ্ডলতে বা বিশ্ব-ব্ৰহ্মাণ্ডতে এনে এটা বস্তু নাই যি পোহৰতকৈ বেচি বেগাই যাব পাৰে। হাজাৰ বৈজ্ঞানিক উপায়েৰে চেষ্টা কৰিলেও কোনো পদাৰ্থৰে বেগ চেকেণ্ডত ১৮৬,০০০ মাইলতকৈ বেচি হব নোৱাৰে। শুনি আৰু আচৰিত যেন লাগিব যে যদি কোনো এটা বস্তুৰ কেতিয়াবা কিবা উপায়েৰে ইমান বেগ উৎপন্ন হয়ো, তথাপি তাৰ লগত আৰু কিছু বেগ বৃদ্ধি কৰি দিলেও





তাৰ বেগ ঠিক ১৮৬,০০০ মাইলেই থাকিব। শুনোতে আচৰিত যেন লাগিলেও ই এটা সচাঁ কথা বুলিয়েই বৰ্ত্তমান ধৰি লোৱা হৈছে। দ্বিতীয়তে চলন্ত বস্তু এটাৰ পদাৰ্থ সমষ্টি একে নেথাকে—বাঢ়ে। অৰ্থাৎ চলি থকা ৰেলগাড়ী এখনৰ অথবা দলিয়াই দিয়া বল এটাৰ পদাৰ্থ সমষ্টি আগতকৈ বেচি হয়— চলন্ত অৱস্থাতহে বৈ গলে নহয়। এই কথাটো বুজিব পৰা যাব আপেক্ষিকতাবাদৰ আটাইতকৈ ডাঙৰ ফলটোৰ পৰা। সেইটো হৈছে যে এই এটা বস্তুৰ পদাৰ্থ সমষ্টি আৰু তাৰ ভিতৰত থকা শক্তিটো মূলতে একেটা কথা। প্ৰত্যেক বস্তুৰে এটা অন্তৰ্নিহিত শক্তি আছে। তাৰোপৰি বাস্তৱ জগতৰ বাহিৰতো পোহৰ বিদ্যুৎ, তাপ আদি আকাৰত কিছুমান শক্তি আছে বুলি আমি জানো। এই সকলোবোৰ শক্তি আৰু কোনো বস্তুৰে পদাৰ্থ সমষ্টিটো মূলতে একে বুলি আইনষ্টাইনে প্ৰমাণ কৰিছে। বিশ্ব-ব্ৰহ্মাণ্ডত মুঠতে কিছুমান শক্তি আছে— তাৰেই কিছু অংশ পোহৰ, বিদ্যুৎ, তাপ আদি আকাৰত আৰু কিছু অংশ পদাৰ্থ আকাৰত বাস্তৱ জগতত সোমাই আছে। তাৰ উপৰি কিছু অংশ আকৰ্ষণ শক্তিৰ আকাৰত বাস্তৱ জগতৰ মাজত লুকাই আছে। আইনষ্টাইনে মাথোন এই কথাটোকে প্ৰমাণ কৰিছে, তেখেতৰ আপেক্ষিকতাবাদৰ মাজেদি। গোটেই বিজ্ঞান মহলত এইটো আইনষ্টাইনৰ আটাইতকৈ ডাঙৰ দান। ওপৰৰ কথাটোলৈ চালে আমি এতিয়া বুজি পাম যে চলি থকা ৰেলগাড়ী খনৰ নিজৰ পদাৰ্থ সমষ্টিৰ উপৰিও চলি থকা

কাৰণে যি এটা শক্তি পাইছে সেইটো পদাৰ্থ সমষ্টি বুলিয়েই ধৰি লব পৰা যায়। সেই কাৰণেই ৰেলগাড়ীখনৰ পদাৰ্থ সমষ্টি চলি থকা অৱস্থাত বৃদ্ধি পায়।

আকৌ আমি “ নিউক্লিয়াচ ” টোৰ কথা কওঁতে কৈছিলো যে তাৰ ভিতৰত থকা বিন্দু পদাৰ্থবোৰৰ ইটোৰ সিটোৰ মাজত থকা আকৰ্ষণী শক্তিটোৰ বাহিৰেও আৰু এটা শক্তি পিচত পোৱা যায়। সেইটো হৈছে এই যে ‘নিউক্লিয়াচ’টো ভাঙি দিলে বিন্দু-পদাৰ্থবোৰ পৃথক হোৱাত আকৰ্ষণী শক্তিটোতো পোৱা যায়েই তাৰো-পৰি পৃথক পৃথক হোৱা অৱস্থাত কিছুমান পদাৰ্থ সমষ্টিও প্ৰকৃততে সাধাৰণ শক্তিলৈ ৰূপান্তৰিত হয়। এই শক্তিটোৰ পৰিমাণ বুজিবলৈ এটা আভাস দিয়া হওক। যদি বস্তুটো সম্পূৰ্ণৰূপে শক্তিলৈ ৰূপান্তৰিত হয় তেনেহলে সেই শক্তিৰ পৰিমাণ হব বস্তুটোৰ পদাৰ্থ-সমিষ্টিতকৈ $(৩ \times ১০^{১০})^{২}$ গুণে বেচি। এতিয়া সহজে অনুমান কৰিব পাৰি যে এটা এটম্-বোমাৰ পৰা কিমান শক্তি ওলাব পাৰে। আপেক্ষিকতাবাদৰ আৰু বহুত নতুন নতুন কথা আছে যিবোৰ এই ক্ষেত্ৰত আলোচনা কৰা সহজ নহয়।

ইয়াৰ পিচতে কব লাগিব বিখ্যাত “কোৱাণ্টাম থিয়ৰি”ৰ কথা ( Quantum theory )। এই মতবাদৰ প্ৰধান পৃষ্টপোষক হৈছে, ‘মেক্সপ্লাক’ আৰু আজিৰ জগতত আটাইতকৈ ডাঙৰ পদাৰ্থমতবাদী





ডেনমাৰ্কৰ প্ৰফেচাৰ ‘নীলবোৰ’। এখেতৰ তত্ত্বাৱধানতে আমেৰিকাত এটম্ বোমাৰ গবেষণা চলিছিল। ইয়াৰ মূলতত্ত্ব হৈছে যি কোনো শক্তিয়েই ওঠৰশ আৰু উনৈশ শতিকাত ভবাৰ দৰে ঢৌৰ আকাৰত একেৰাহে ধাৰাবাহিক গতিত নচলে। বিন্দু-পদাৰ্থবোৰৰ দৰে বিছিন্ন গতিতহে চলে, অৰ্থাৎ যি কোনো পদাৰ্থ-সমষ্টি এটাৰ পৰা যেনেকৈ বিন্দু-পদাৰ্থবোৰ এটা এটাকৈ অলপ অলপ সময়ৰ অন্তৰে অন্তৰে বাহিৰ কৰি থাকিব পাৰি, ঠিক তেনেকৈ এটা চাকিৰ পৰা পোহৰবোৰ শক্তিৰ একোটা একোটা গুটৰ আকাৰতহে এটা এটাকৈ বাহিৰ হৈ গৈ থাকে। ইয়াৰ উপৰিও পোহৰ তৈয়াৰ হবলৈ দুটা বিদ্যুৎবাহক বিন্দু-পদাৰ্থৰ মাজত যি শক্তিৰ আদান প্ৰদান হয়, সেইটোৱো এই এটা বিশেষ আকাৰত খণ্ড খণ্ড ভাৱেহে হয়। অৰ্থাৎ যি কোনো শক্তিয়েই এঠাইৰ পৰা আন ঠাইলৈ যাবলৈ হলে এটা নিৰ্দ্দিষ্ট আকাৰ প্ৰাপ্ত হব লাগিব। এই ‘কোৱাণ্টাম’ মতবাদে গোটেই পদাৰ্থ বিজ্ঞানতে এটা বিপ্লৱ আনি দিলে। আইনষ্টাইনেও নিজেও এই বিষয়ে বহুত গবেষণা কৰি কিছুমান নতুন নতুন সূত্ৰ আৱিষ্কাৰ কৰিছে। আইনষ্টাইনৰ ওপৰত কৈ অহা পদাৰ্থ সমষ্টি আৰু শক্তিৰ মাজত থকা সামঞ্জস্যটো মানি ললে এই “কোৱাণ্টাম” মতবাদটো বুজিবলৈ টান নহয়; কিয়নো যিহেতু পদাৰ্থ সমষ্টি আৰু শক্তিৰ মাজত এটা সামঞ্জস্য আছেই তেনে অৱস্থাত শক্তিয়ে বিন্দু পদাৰ্থৰ দৰে ব্যৱহাৰ কৰাটো আচৰিত কথা নহয়। এই খিনিতে এটা প্ৰশ্ন উঠে যে

ইমান দিনে বিশ্বাস কৰি আৰু প্ৰমাণ পাই অহা শক্তিৰ 'ঢৌ' মতবাদ (wave theory) অৰ্থাৎ শক্তিয়ে যে অকল 'ঢৌ' আকাৰতহে যাতায়ত কৰে সেই মতবাদটো কেনেকৈ এৰি দিয়া হয়? যদি দুয়োটা ব্যৱহাৰেই শক্তিৰ কাৰণে সম্ভৱ হব পাৰে তেনেহলে পদাৰ্থইও 'ঢৌ' আকাৰত যাতায়ত কৰিব নোৱাৰেনে?

এই প্ৰশ্নৰ উত্তৰো পোৱা গৈছে। বিখ্যাত জাৰ্মাণ পদাৰ্থবিদ প্ৰফেচাৰ হাইচেনবাৰ্গ আৰু শ্ৰোডিঙ্গাৰে এটা মতবাদ প্ৰচাৰ কৰিছে আৰু প্ৰমাণো কৰিছে যে পদাৰ্থও কোনো কোনো ক্ষেত্ৰত ঢৌ আকাৰত যাতায়ত কৰে। যি কেইটা স্বাভাৱিক ঘটনা আবিষ্কৃত হোৱাত সেইবোৰ বুজাবলৈ পোহৰে-তথা যি কোনো শক্তিয়ে ঢৌৰ দৰে ব্যৱহাৰ কৰে বুলি এটা মতবাদ উলিয়াব লগীয়া হৈছিল ঠিক তেনেকুৱা কিছুমান স্বাভাৱিক ঘটনা ইলেক্ট্ৰনৰ জীৱনতো ঘটিল আৰু তাক বুজাবলৈ হলে নিশ্চয় কব লাগিব যে ইলেক্ট্ৰনেও তথা গোটেই পদাৰ্থ জাতীয়ে কেতিয়াবা কেতিয়াবা ঢৌৰ দৰে ব্যৱহাৰ দেখুৱায়। এই মতবাদটো আটাইতকৈ নতুন আৰু ইয়াক এনেয়ে শব্দেৰে বুজোৱা খুব কঠিন। প্ৰকৃততে গবেষণাগাৰত নেদেখিলে আৰু অঙ্ক-শাস্ত্ৰৰ সহায় নললে পদাৰ্থৰ এই ঢৌ-ব্যৱহাৰৰ কথাটো উপলব্ধি কৰাটো সাধাৰণ মানুহৰ পক্ষে একৰকম অসম্ভৱেই।





গোটেই প্ৰকৃতিটোক আমি এতিয়া এইদৰে ভাবিব পাৰোঁ-প্ৰকৃতি দুটা অৱস্থাত বৰ্ত্তমান—এটা পদাৰ্থ আনটো শক্তি। দুয়োটাৰ মাজত সামঞ্জস্য ইমান বেচি যে, ইটোক সিটোলৈ ৰূপান্তৰিত কৰিব পৰা যায়। দুয়োটাৰ দুই ৰকম ব্যৱহাৰ। —অৰ্থাৎ কোনো কোনো ক্ষেত্ৰত শক্তি আৰু পদাৰ্থই দুয়ো ঢৌৰ দৰে ব্যৱহাৰ দেখুৱায়। আন হাতে আন কিছুমান ক্ষেত্ৰত দুয়ো সাধাৰণ বিন্দু পদাৰ্থবোৰৰ দৰে ব্যৱহাৰ দেখুৱায়। এইখিনিও জানি থলে ভাল হব যে মুক্ত ভাৱে চলি থকা অৱস্থাত শক্তি, ঢৌ আকাৰত আৰু পদাৰ্থ, বিন্দু পদাৰ্থৰ আকাৰত থাকে; আনহাতে অইন কিবা বস্তুৰ লগত খুন্দা খালেই শক্তিয়ে বিন্দু পদাৰ্থৰ দৰে আৰু পদাৰ্থই ঢৌৰ দৰে ব্যৱহাৰ দেখুৱায়।

এই খিনিতে চাব লাগিব যে, পদাৰ্থ বিজ্ঞানৰ এই প্ৰচণ্ড গতিৰ লগে লগে বৈজ্ঞানিক ভাৱধাৰা কেনি গৈছে। ইমান কম সময়ৰ ভিতৰতে ইমান বেচি কথা আবিষ্কাৰ হৈছে যে, কেতিয়াবা বিজ্ঞানৰ ছাত্ৰসকল হতবুদ্ধি হৈ পৰে। অকল ছাত্ৰসকলেই নহয় পদাৰ্থবিদসকলৰ মাজতো দুই ধৰণৰ খুব শক্তিশালী ভাৱধাৰাই ক্ৰিয়া কৰিব লাগিছে। চমুকৈ কবলৈ গলে প্ৰকৃতিত যিবোৰ ঘটনা আজিলৈকে আবিষ্কৃত হৈছে সেইবোৰ বুজিবলৈ যিবোৰ মতবাদৰ সৃষ্টি হৈছে এই আটাইবোৰকে একেলগে শাৰীপাতি চালে দেখা যায়

যে এই আটাইবোৰৰ মূলনীতি সম্পৰ্কে এটা সংঘৰ্ষ আহি পৰে। বৰ্ত্তমান জগতত দুই শ্ৰেণীৰ পদাৰ্থবিদ্ আছে। এক শ্ৰেণীয়ে কয় যে, যদিও শক্তি আৰু পদাৰ্থই কোনো কোনো ক্ষেত্ৰত বিন্দু পদাৰ্থৰ দৰে ব্যৱহাৰ দেখুৱায় আৰু কোনো কোনো ক্ষেত্ৰত ঢৌৰ দৰে ব্যৱহাৰ দেখুৱায়, ইহঁতৰ নিশ্চয় এটা বিবেচনা শক্তি আছে যাৰ দ্বাৰা ইহঁতে নিজৰ ইচ্ছা আৰু সুবিধা অনুসৰি কাম কৰিবৰ ক্ষমতা প্ৰয়োগ কৰে। সহজ ভাষাত কবলৈ গলে কোনো এটা বিশেষ কাৰণত সিহঁত আটাইবোৰে ঠিক একেদৰে ব্যৱহাৰ নকৰিবও পাৰে। এই ধাৰণাটোকে আমি সুযোগনীতি Law of chance ) বোলো। 'Statistics' বিজ্ঞানৰ এটা বিশেষ অংশ। সাধাৰণতে আমি এই বিজ্ঞানটো মানুহ নাইবা মানুহৰ লগত দৈনন্দিন সম্বন্ধ থকা ঘটনাবোৰতহে ব্যৱহাৰ কৰা দেখিছিলো। কিন্তু যি শ্ৰেণীৰ বৈজ্ঞানিকে শক্তি আৰু পদাৰ্থবো নিজৰ নিজৰ ইচ্ছা শক্তি আছে বুলি কব খোজে তেখেতসকলে পদাৰ্থ বিজ্ঞানতো এই 'Statistics' ব্যৱহাৰ কৰি কিছুমান অসাধাৰণ ফল পাইছে আৰু আগেয়ে ভালকৈ নুবুজা কথাকো বুজাব পাৰিছে। ইয়াৰ পৰা সেই সকলৰ ভিতৰত কিছুমানে ইমান দূৰ কব খোজে যে, একেবাৰে সূক্ষ্ম অৱস্থাটো পদাৰ্থ আৰু শক্তিয়ে কোনো ধৰাবন্ধা নিয়ম মানি নচলে বা চলিলেও আমি তাক কেতিয়াও দেখুৱাব নোৱাৰো।





প্ৰফেচাৰ হাইচেনবাৰ্গে এই মতবাদৰ প্ৰধান পৃষ্ঠপোষক। ইয়াকে পদাৰ্থবিজ্ঞানত অনিৰ্দ্দিষ্টতা নীতি ( Principle of Indeterninancy ) বোলা হয়। অৰ্থাৎ কোনো পদাৰ্থৰে বা শক্তিৰে সূক্ষ্ম অৱস্থাত তাৰ গতিবিধি আগেয়ে নিৰ্দ্ধাৰণ কৰি দিব নোৱাৰি। আনহাতে আইনষ্টাইন মেক্সপ্লাঙ্ক আদি বিখ্যাত পদাৰ্থবিদসকলে ডাঠি কয় যে, প্ৰত্যেক ঘটনাৰে এটা কাৰণ আছেই আৰু আমি যদি কোনো বিশেষ ঘটনা এটাৰ কাৰণ দেখুৱাব নোৱাৰো তেনেহলে সি আমাৰ জ্ঞানৰ অভাৱৰহে পৰিচায়ক, কাৰণ নোহোৱাৰ পৰিচায়ক নহয়। ইয়াকে কাৰ্য্য কাৰণ নীতি ( Law of Causation ) বোলা হয়। বিশ্ব-ব্ৰহ্মাণ্ডত য'ত যি ঘটনাই নঘটক কিয়— তাৰ এটা কাৰণ নিশ্চয় আগেয়েই ঘটিছে। এঠাইত বা এসময়ত এটা কাৰণ আৰম্ভ হলে তাৰ পৰা নিয়ম অনুসৰি কি কি হৈ গৈ থাকিব পাৰে তাক আগেয়ে কৈ দিব পৰা যাব। যদি আজিৰ অৱস্থাত তেনেকুৱা ভবিষ্যদ্বাণী কৰিবৰ শক্তি পদাৰ্থ বিজ্ঞানৰ হোৱা নাই তেনেহলে বুজিব লাগিব যে যি নিয়মমতে সেই ঘটনাবোৰ ঘটি গৈ থাকিব সেই নিয়মটো এতিয়াও উলিয়াব পৰা নাই। এই সাৰ্ব্বজনীক নীতি Universal law ) টোকে উলিয়াওঁতেই আইনষ্টাইন ব্যস্ত। ভবিষ্যতে কোনটো মতবাদ টিকিবগৈ সেইটো আজি বুজা কঠিন। কিন্তু আমি আজি ইয়াকেই জানো যে দুয়োটা মতবাদৰ সপক্ষেই যথেষ্ট কব লগীয়া

আছে। তথাপি পদাৰ্থ বিজ্ঞানত তথা বিশ্ব-ব্ৰহ্মাণ্ডৰ এই ৰহস্যময় ঘটনাবোৰৰ মাজত এই প্ৰশ্নই থাকি গ'ল যে—এই ঘটনাবোৰৰ মাজত 'ইচ্ছা শক্তি'ৰ প্ৰভাৱ দেখিলেও তাৰ তলে তলে কিবা এটা নিৰ্দ্দিষ্ট নিয়ম বান্ধি দিয়া আছে নে, দেখাত ওপৰে ওপৰে এটা নিয়মত সকলোবোৰ হৈ থকা দেখা যায় যদিও তাৰেই ভিতৰত একেবাৰে সুক্ষ্মতম অৱস্থাত (Microscopic) প্ৰত্যেকটো ঘটনা নিজৰ ইচ্ছা মতে ঘটিব লাগিছে।

—শ্ৰীবিপিন পাল দাস

---



# সাহিত্যত সমাজৰ প্ৰভাৱ

সমাজ প্ৰিয়তাই মানুহৰ স্বাভাৱিক প্ৰকৃতি। আদিম মানৱৰ দৰে অটব্য অৰণ্যত বাস নকৰিলে আধুনিক জগতত জীয়াই থাকিবলৈ সমাজৰ নিতান্তই আৱশ্যক। সমাজৰ প্ৰতি ধাউতি, প্ৰতি মূহুৰ্ত্তত সমাজক বিচৰা অকল মানুহৰে নহয়, পশু পক্ষীৰো স্বভাৱ। মানুহ যেতিয়া আন আন প্ৰাণীৰ তুলনাত জ্ঞানত অসীম গতিকেই সমাজৰ আৱশ্যকতা আন আন প্ৰাণীৰ তুলনাত মানুহে সহজতে উপলব্ধি কৰে। ব্যক্তিগত হিচাবে মানুহে আইন—কানুন ৰচনা কৰিলেও সেই আইন-কানুনৰ অধিকাৰী ব্যক্তিগত ভাৱে কোনো হব নোৱাৰে—তাৰ অধিকাৰী হয় সমাজ, সেই সমাজেই পৰিচালিত কৰে ব্যক্তিগত মানুহৰ জীৱনবোৰ। গতিকে সমাজৰ লগত মানুহৰ সম্বন্ধ ওতঃ প্ৰোত ভাৱে জড়িত। ব্যক্তিগত জীৱনৰ ভাৱ ধাৰাৰ লগত সামাজিক ভাৱ ধাৰাৰ সামঞ্জস্য ৰাখি মানুহক ব্যক্তিগত ভাৱে আৰু সামাজিক ভাৱে বিকাশৰ পথত আগবঢ়াই নিবলৈ যি লিখিত ভাৱধাৰা প্ৰকাশ কৰা হয়, সেয়ে হ'ল সাহিত্য আৰু যিসকল এই সাহিত্যৰ নিৰ্ম্মাতা সেই সকলেই হ'ল সাহিত্যিক। সুক্ষ্ম দৃষ্টি

ভঙ্গীৰে সমাজৰ বাস্তৱ ঘটনা বিলাকত সু-লিখনীৰে ৰহণসানি জন সাধাৰণৰ আগত ডাঙ্গি ধৰি সমাজক উন্নতি পথত আগুৱাবলৈ ইঙ্গিত দিয়াই সাহিত্যকৰ সাহিত্য চৰ্চ্চাৰ লক্ষ্য।

সমাজ পৰিবৰ্ত্তন শীল। মানুহৰ স্বাভাৱিক বিদ্ৰোহী ভাৱ-ধাৰাই যুগে যুগে সমাজক নতুন ৰূপ লবলৈ বাধ্য কৰায়। সমাজৰ চলি থকা অৱস্থাক অৰ্থাৎ গতানুগতিক ৰীতি নিয়মক সদায় আপোন বুলি সাৱটি লবলৈ মানুহে কোনো দিনেই ভাল নেপায়। সমাজৰ পৰিবৰ্ত্তনৰ লগে লগে ব্যক্তিগত আৰু সামূহিক জীৱনৰ ভাৱৰ পৰিবৰ্ত্তন—আৰু এই ভাৱ আশ্ৰয় স্থল—ব্যক্তিগত জীৱন আৰু সমাজৰ দাপোন স্বৰূপ সাহিত্যৰ পৰিবৰ্ত্তন হোৱা দেখা যায়। যুগে যুগে কেনে দৰে ব্যক্তিগত জীৱনৰ বাস্তৱ ঘটনাতকৈ সামাজিক জীৱনৰ বাস্তৱ ঘটনাবিলাক সাহিত্যত ৰূপান্তৰিত হৈছে তাকে আলোচনা কৰাই এই প্ৰৱন্ধৰ উদ্দেশ্য।

বুৰঞ্জীয়ে প্ৰমাণ কৰিছে যে ব্যক্তিগত ভাৱে কোনো লিখকে আজিলৈকে কোনো সমাজৰ পৰা আঁতৰি মহৎ হব পৰা নাই। অনিচ্ছাস্বত্বে হলেও প্ৰত্যেক লিখকে দলবদ্ধ ভাৱে যুগৰ ভাৱ প্ৰচলিত লগত নিজৰ ভাৱ মিলাই একো একোটি যুগৰ সাহিত্যিকৰ আন্দোলনত অংশ গ্ৰহণ কৰে। যিসকল সাহিত্যিক এই পথৰ





পথিক হবলৈ নাৰাজ সেইসকলৰ সাহিত্যৰ বিকাশৰ পথ একা-বেঁকা।

যুগৰ আদৰ্শৰ পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যৰ পৰিবৰ্ত্তন হোৱাটো স্বাভাৱিক বুলি আমি আগেয়ে উল্লেখ কৰি আহিছোঁ। মানৱ সমাজৰ আদিম বুৰঞ্জী লুটিয়াই চালে আমি দেখিবলৈ পাওঁ যে, জীৱন ধাৰণৰ কাৰণে আদিম অৱস্থাত মানুহে প্ৰকৃতিৰ দান ফল-মূল, গছৰ পাত আদিৰ ওপৰত নিৰ্ভৰ কৰিছিল। প্ৰকৃতিৰ বিৰুদ্ধে যুদ্ধ কৰাটো মানুহৰ স্বাভাৱিক লক্ষণ হলেও সেই কালত মানুহ আছিল প্ৰকৃতিৰ প্ৰতি সন্তুষ্টবাদী। ইয়াৰ পিছত যেতিয়া মানুহৰ বুদ্ধিৰ বিকাশ হয়, তেতিয়া প্ৰকৃতিৰ আচৰিত লীলাই আদিম মানুহৰ মনত আচৰিত ভাৱ আনি দিয়ে, আৰু ফলত দৈনন্দিন জীৱনত সহায় হোৱা বস্তুবিলাক যেনে নদী, মাটি, গছ-গছনি সূৰ্য্য আদিক দেৱতা বুলি পূজা কৰিবলৈ আৰম্ভ কৰে। উন্নতি পথত ক্ৰমে আগুৱা আদিম সমাজৰ মানুহৰ ভাৱ ধাৰাৰে সৃষ্টি হোৱা মৌখিক সাহিত্য হ'ল উপৰোক্ত দেৱতাসকলৰ সন্তুষ্টিৰ কাৰণে গোৱা স্তুতিবিলাক ৰোম, গ্ৰীক, দ্ৰাবিড়ী, আৰ্য্য, আদি সভ্যতাৰ আদিম সাহিত্য এনে স্তুতি গানেৰেই ৰচিত হৈছিল। বিৰাট প্ৰকৃতিৰ মাজত কম সংখ্যক মানুহৰ জীৱন ধাৰণৰ সামগ্ৰী কম কষ্টতে পোৱাৰ উপায় আছিল যেতিয়া নানান জটিল সমস্যা সমাধানত মানুহ বৰ ব্যস্ত হবৰ

আৱশ্যক নাছিল। গতিকেই এই যুগৰ সাহিত্যৰ বিষয় আছিল সহজ সৰল।

মানুহৰ এই সহজ সৰল ধৰ্ম্মৰ ভাৱটো বুদ্ধিৰ বিকাশৰ লগে লগে অৰ্থাৎ মানুহে হাবি বননি এৰি মাটিৰ ব্যৱহাৰ জনাৰ লগে লগে ক্ৰমে পৰিবৰ্ত্তিত হোৱাত মানুহৰ মাজত শ্ৰেণী সৃষ্টিৰ আৰম্ভণিয়ে দেখা দিলে। মানুহ সঞ্চ প্ৰিয় লগতে সুবিধা পালে যি কোনো উপায়ে মানুহে বিচাৰে প্ৰভুত্ব। মাটি-ঘৰলৈ টনা আজোঁৰা কৰাটো সহজ সৰল আদিম মানৱৰো একো অস্বাভাৱিক হৈ নুঠিল। লগে লগে "কোনোৱ জন্ম শাসন" কৰিবলৈ, আৰু কোনোৰ জন্ম শাসিত হবলৈ এই কথা ফাঁকি বাস্তৱত্বে পৰিণত হবলৈ বেচি দিন নালাগিল। প্ৰকৃতিৰ ওপৰত মানৱ জ্ঞানৰ ক্ষমতা বিস্তাৰৰ লগে লগে সমাজত মূৰ ডাঙ্গি উঠিল। সবল আৰু বুদ্ধিৰে বলি দুই শ্ৰেণী মানুহ— এয়ে হ'ল সামন্ত আৰু পুৰোহিত। যি সকল মানসিক শক্তিত প্ৰবল সেইসকল হ'ল সমাজত পুৰোহিত আৰু শাৰীৰিক বলত বলীয়ান সকল হ'ল সামন্ত। বুদ্ধিৰ বল নাইবা বাহুৰ বলত যিসকল নিশকতীয়া সেইসকলৰ স্থান এনে সমাজত স্বাভাৱিকতে তলত পৰিল। উপৰোক্ত দুয়োটি শ্ৰেণীৰ শোষণ ধীৰে ধীৰে সমাজৰ বাকী মানুহৰ ওপৰত পৰিবলৈ আৰম্ভ কৰে আৰু সেই শোষণৰ ঘটনাৱলীকে ধৰ্ম্মৰ নামত ঈশ্বৰৰ নামত সাহিত্যত ৰূপান্ত-





ৰিত কৰা হল। সমাজৰ তল খাপৰ মানুহৰ দুখ-দুৰ্গতি ধৰ্ম্মৰ ভাৱৰ মাজেদি ঈশ্বৰৰ দান, ভাগ্যৰ লিখন আদি শব্দৰে বিভুষিত কৰি বিৰাট সাহিত্য সৃষ্টি কৰি অন্ধবিশ্বাসী মানুহৰ মনত অন্ধবিশ্বাস আৰু বঢ়াই দি বিদ্ৰোহৰ পৰা আঁতৰত ৰাখিবলৈ বুদ্ধিত প্ৰখৰ সামন্ত আৰু পুৰোহিত শ্ৰেণীৰ সাহিত্যিক সকলৰ বৰ বেচি সময় নালাগিল। লগে লগে সমাজত দীঘলীয়া দিনৰ কাৰণে কৰ্ম্মফল ভাগ্যবাদ আদি ওৰ নপৰা দাৰ্শনিক জটিল কথাই মানুহৰ মন অধিকাৰ কৰিলে। ফলত সমাজৰ শোষিত মানুহৰ মনত পৰা বিদ্ৰোহী চেতনা জগাৰ পৰিবৰ্ত্তে নিৰাশবাদেহে ঠাই ললে। এই যুগত সাহিত্যই ধৰ্ম্মৰ ভিতৰেদি জনসাধাৰণক শুনালে সকলোৰে প্ৰতি উদাসীন ভাৱ কিয়নো সাহিত্যৰ গুৰিয়ালসকল উচ্চ শ্ৰেণীৰ বিলাসী ভাৱৰ সামন্ত আৰু পুৰোহিতসকল।

ভাৰতবৰ্ষত ত্যাগৰ আদৰ্শ বৌদ্ধধৰ্ম্ম আৰু জৈন ধৰ্ম্মই বেচি প্ৰচাৰ কৰে। সমাজত ধৰ্ম্মৰ প্ৰভাৱে জনসাধাৰণৰ মন ত্যাগৰ ফাললৈ আগবঢ়াই নিলে। পুৰোহিত সকলৰ কাৰ্য্য পদ্ধতি যদিও বৌদ্ধ আৰু জৈন ধৰ্ম্মই সমৰ্থন কৰা নাছিল তথাপি এই দুয়ো ধৰ্ম্মৰে গুৰি কথা ত্যাগে সমাজত কাৰো বিপক্ষে ভাৱৰ দীঘলীয়া বিদ্ৰোহ আনিব পৰা নাছিল কিয়নো বৌদ্ধ আৰু জৈন ধৰ্ম্মৰো শেষ অৱস্থাত হিন্দু ধৰ্ম্মৰ দৰে পূজা পাতলৰ প্ৰচলন আৰু পুৰোহিতৰ আৱশ্যক হোৱা দেখা যায়।

এই দুয়ো ধৰ্ম্মই মানুহৰ মনত সাৰ্ব্বজনীন ভাব প্ৰচাৰ কৰিছিল। ত্যাগৰ আদৰ্শই মুখ্য হোৱাত সমাজত ত্যাগৰ মাপ্‌-কাঠিৰে সকলো কথা জোখা হৈছিল। গতিকে এই সময়ত সাহিত্যিক সকলৰ লিখনীত ফুটি উঠিছিল—সংসাৰৰ প্ৰতি বৈৰাগ্য-ভাৱ আৰু ত্যাগৰ জ্বলন্ত নিদৰ্শনৰ কথা! ত্যাগৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ এই বৌদ্ধ যুগৰ সাহিত্য জাতক দোহা আদিত সামাজিক ঘটনাৰ আলম লৈ নানা গল্প আদি লিখি সেই আদৰ্শকে জনসাধাৰণক দিয়া হৈছিল।

ভাৰতৰ মধ্যকালীন যুগলৈ যদি আমি চকু ফুৰাওঁ তেন্তে সেই সময়ত সামন্ত যুগৰ প্ৰভাৱ বিস্তাৰ পূৰ্ণোদ্যমে দেখিবলৈ পাওঁ। ভাৰতবৰ্ষৰ কৃষ্টি, সভ্যতা আন আন দেশতকৈ সুকীয়া। এই কৃষ্টি, সভ্যতা গঢ়ি উঠিছে অতীতৰ পৰা এই অধ্যাত্মিক ভাৱৰ ওপৰত ভিত্তি কৰি। স্বৰ্গলাভৰ অভিলাষৰে ধৰ্ম্মপ্ৰিয় মানুহৰ মন পৰজন্মৰ প্ৰতি বেচি আকৃষ্ট কৰা দেখা যায়। গতিকে ধৰ্ম্ম প্ৰাণ ভাৰতবাসীয়ে এই জন্মৰ দুখ দৈন্যৰ প্ৰতি বৰ কাণ দিবলৈ আজৰি নেপাইছিল। তেওঁলোকৰ প্ৰতি মুহূৰ্ত্ততে ভাব আছিল পৰজন্মৰ সুখৰ কাৰণে সাজু হোৱা। এই ভাৱে জনসাধাৰণৰ মন ছাটি লোৱাত ইয়াৰ প্ৰভাৱ পৰিছিল সাহিত্যত। সেইকালৰ সাহিত্যত সংসাৰৰ প্ৰতি বিৰাগ ভাৱ আমাৰ চকুত সহজতে পৰে। সামন্ত যুগত প্ৰভাৱত সমাজৰ ওপৰত হোৱা অত্যাচাৰে লিখক সকলৰ লিখনীত বিদ্ৰোহৰ ভাৱ ফুটাই তুলিব নোৱাৰিছিল কিয়নো এই





জন্মৰ দুখ দৈন্য মানুহৰ সৃজন নহয় ই পূৰ্ব্ব জন্মৰ ফল। তথাপি লাহে লাহে মাজ অৱস্থাত এই যুগৰ সাহিত্যত আমি কিছু সামাজিক দুখ দৈন্যৰ কথা উল্লেখ কৰা দেখিবলৈ পাওঁ, যদি আমি তুলসী দাসৰ লিখনীলৈ মন কৰোঁ। তুলসী দাসে ‘‘ৰাম ৰাজ’’ কল্পনা কৰি ধৰ্ম্মভাৱৰ কবিতা লিখি শোষিত কৃষক প্ৰজাৰ প্ৰতি হোৱা অত্যাচাৰৰ কথা বৰ্ণনা কৰি তেখেতৰ মনৰ উদয় হোৱা ভৌতিকবাদৰ কিছু আভাস দিছে। কৃষকৰ অৱস্থা দেখি তেখেতে লিখিছিল— “খেতিয়কৰ কাৰণে মাটি, ভিক্ষাৰীৰ কাৰণে ভিক্ষা, ব্যৱসায়ীৰ কাৰণে ব্যৱসায় আৰু চাকৰৰ কাৰণে চাকৰি নাই।” তুলসীদাসে “ৰামৰাজ্যৰ” কল্পনা কৰিছিল শাসনৰ প্ৰতি বিৰাগ ভাৱ ওপজাতহে। শাসনৰ অন্ত সম্পৰ্কে মন্তব্য প্ৰকাশ কৰি তেখেতে কৈছিল,— ‘ৰাৱণ আৰু কৌৰৱৰ দৰে শাসক শ্ৰেণী এদিন অন্ত হব”। তুলসীদাসে সেই কালত লিখা ৰামায়ণ ৰুছ ভাষালৈ তৰ্জ্জমা কৰি তুলসীদাস আৰু তুলসীদাসৰ ৰামায়ণ সম্পৰ্কে ব্ৰানীক্ৰোবেনে কৈছিল— “তুলসী দাস এজন সমন্বয়বাদী আৰু তেওঁ ৰামক ৰাষ্ট্ৰীয় নেতা পাতি ৰামায়ণত জনসাধাৰণৰ মুক্তি বিচাৰিছিল।”

সামন্ত যুগে পৃথিৱীত পূৰ্ণবিকাশ কৰাৰ লগে লগে আমি আৰু এক নতুন যুগৰ অভ্যুত্থান হোৱা দেখিবলৈ পাওঁ, এয়ে হ’ল শিল্প যুগ। পৃথিৱীত সামন্ত যুগৰ প্ৰচলন দীঘলীয়া দিনৰ কাৰণে প্ৰতিষ্ঠিত হলেও

ইংলণ্ডৰ শিল্প বিপ্লৱে এই সামন্ত যুগক ধ্বংশৰ পথলৈ আগবঢ়াই দিলে। শিল্প যুগৰ অৱদান কলকাৰখানা গঢ়ি উঠাৰ লগে লগে পৃথিৱীয়ে এক নতুন সভ্যতা আকোৱালি লবলৈ বাধ্য হ'ল কলকাৰখানাৰ ব্যৱহাৰে সামন্তসকলৰ বিপক্ষে এক নতুন শ্ৰেণীৰ সৃষ্টি কৰিলে। এয়ে হ'ল পুঁজিবাদীসকল। এই নতুন সভ্যতাৰ সংঘৰ্ষই মানুহৰ মনত নতুন ভাৱ দিলে। যেতিয়া জনসাধাৰণৰ ওপৰত কলকাৰখানাৰ মালীকৰ নিৰ্দ্দয় অত্যাচাৰ বাঢ়িবলৈ ধৰে—গাওঁ এৰি চহৰত পৰিশ্ৰম বেচি গাৰঁলীয়া জনসাধাৰণে ভাত মোকলাব লগা হ'ল তেতিয়া আৰু মানুহৰ মনত পুৰণি ত্যাগৰ ভাৱ লাহে লাহে আঁতৰিবলৈ ধৰিলে। মানুহৰ অধিকাৰৰ ওপৰত হোৱা অত্যাচাৰ—পুঁজিবাদীসকলৰ স্বাৰ্থত ভাঙি যোৱা সমাজ ব্যৱস্থাৰ চৰম পৰিণতি সেই কালৰ সাহিত্যক সকলৰ চকুত জিলিকি উঠিবলৈ বেচি দিন নালাগিল। যুগৰ অৱস্থাই সাহিত্যকসকলক বাধ্য কৰালে ধৰ্ম্মৰ নামত ত্যাগৰ আদৰ্শৰ ভাৱৰ পৰা জীয়াই থাকিবলৈ কৰা চেষ্টাৰ ভাব লবলৈ। ফৰাচী বিপ্লৱৰ আগে আগে যেতিয়া এচিয়া আৰু ইউৰোপত কৃষকসকলে সেই কালৰ ৰাষ্ট্ৰৰ ব্যৱস্থা তথা গোটেই তথাকথিত সামন্ত সমাজ ভাঙি দিবলৈ মূৰ ডাঙ্গি উঠিছিল। তেতিয়া সৃষ্টি হৈছিল ফৰাচী লিখক বিপ্লৱী সাহিত্যিক ৰুচো ভলটায়াৰ আদিৰ, কৃষক সমাজৰ প্ৰতি কৰা উৎপীড়ণৰ ঘটনাৰ প্ৰতিচ্ছবিৰে বিপ্লৱী সাহিত্য সামন্ত আৰু পুৰোহিত সকলৰ অত্যাচাৰত জুৰুলা হোৱা আৰু দুৰ্ভিক্ষত





নাড়ীচিঙা লাখ লাখ কৃষকক এজন ফৰাচী গৱৰ্ণৰে ঘাহ খাবলৈ নিৰ্দ্দয় ভাৱে হুকুম দিয়াৰ কৰুণ কাহিনী বিপ্লৱী কাহিনীৰে বৰ্ণনা নকৰি সেইকালৰ ফৰাচী সাহিত্যিক সকল নিমাতে বহি থাকিব নোৱাৰিছিল। ফৰাচী দেশৰ ভাঙি যোৱা সমাজ ব্যৱস্থাৰ কৰুণ কাহিনীৰে ফৰাচী লিখকসকলে গঢ়ি তুলিছিল ১৮শ শতিকাৰ বিখ্যাত ফৰাচী বিপ্লৱ।

শিল্প বিপ্লৱে ধীৰে ধীৰে গোটেই পৃথিৱীতে সমাজ বিলাকত এক নতুন ধাৰা বোৱাই দিলে। ফলত মানুহবিলাকৰ মন দিনক দিনে ভৌতিকবাদৰ ফাললৈ আগবাঢ়ি গ'ল। ১৯শ শতিকাৰ বিখ্যাত কাৰ্ল্‌মাৰ্ক্সৰ "বৈজ্ঞানিক ভৌতিকবাদৰ" চিন্তাধাৰাই পৰিবৰ্ত্তনশীল মনবিলাকত নতুন ভাবে বাট লবলৈ বেচি সুবিধা দিছিল। হেগেল, কান্তৰ পৰজন্মৰ দাৰ্শনিক তথ্যতকৈ মাৰ্ক্সৰ লিখনীত জনসাধাৰণৰ মন বেচি সজাগ হৈ উঠিল। গোটেই পৃথিৱীতে কৃষক বনুৱাই মাৰ্ক্সৰ লিখনীৰ ওপৰত ভিত্তি কৰি গণ—আন্দোলন গঢ়ি তুলিবলৈ সুবিধা পালে। এই নতুন ভাৱেৰে অনুপ্ৰাণিতহৈ ৰুছিয়াৰ জনসাধাৰণে জাৰৰ দীঘলীয়া অনাচাৰ উৎপীড়ণৰ শাসন দলিয়াই পেলাবলৈ সমৰ্থ হৈছিল। আধ্যাত্মিক বাদৰ দূৰণিৰ কল্পনা প্ৰথমতেই ৰুছিয়াৰ জনসাধাৰণৰ মনৰ পৰা আঁতৰি

যোৱাত প্ৰকৃত ভৌতিকবাদে মন ছাটি ললে। ভৌতিকবাদৰ সমৰ্থক সাহিত্যিকসকলে স্পষ্টকৈ ধাৰণা কৰিলে যে মানুহৰ সুখ দুৰ্গতিৰ গুৰিতে কৰ্ম্মফল নহয় — ইয়াক সৃজন কৰিছে চলিত ধনতন্ত্ৰবাদেহে। নানান ধৰণৰ সাহিত্যৰে এই তথ্য প্ৰকাশ কৰাত ৰুছিয়াৰ লিখকসকলে আগ শাৰী ললে। বিখ্যাত টলষ্টয় মেক্সিমগৰ্কী আদিয়ে ৰুছিয়াৰ এনে সাহিত্যৰ সৃষ্টি কৰি এক নতুন ভাব ধাৰা প্ৰচাৰ কৰিলে। এই সাহিত্যই পুৰণি সাহিত্যৰ বিপক্ষে পৃথিৱীত এক নতুন আন্দোলনৰ সূচনা কৰে।

ভাৰতৰ সাহিত্যতো এই চাব ধীৰে ধীৰে পৰিবলৈ আৰম্ভ কৰে। আধ্যাত্মিক আদৰ্শৰ ভেটিত গঢ়ি উঠা সাহিত্যই এইভাৱ সহজতে লোৱাটো কঠিন। ভাৰতত এই ভাব ধাৰা কেনেকৈ শিপাইছে তাক আলোচনা কৰিবলৈ গলে ভাৰতত বৃটিছ সামাজ্যবাদৰ প্ৰাৰম্ভণিৰ দিনৰ সাহিত্যৰ পৰা আজিৰ সাহিত্যলৈকে কিছু আলোচনা কৰিব লাগিব। ভাৰতত যেতিয়া ইংৰাজ বেপাৰীসকলে প্ৰবেশ কৰিছিল সেই সময়ত বিশাল মোগল সাম্ৰাজ্য ভাগি টুকুৰা টুকুৰ হৈছিল। ভাৰতৰ জনসাধাৰণে দুৰ্ব্বল সামন্ত যুগৰ শাসনৰ তলত থাকি বৃটিছ বেপাৰীসকলৰ আগমনক সন্দেহৰ চকুৰে নাচাই বৃটিছ শাসনক স্বাগত সম্ভাষণ জনাবলৈ দ্বিধা বোধ নকৰিছিল। বৃটিছে লগত অকল সাম্ৰাজ্যবাদ নীতিকে লৈ অহা নাছিল।





সাম্ৰাজ্যবাদ নীতিৰ লগতে আহিছিল পাশ্চাত্যৰ কৃষ্টি, সভ্যতা সাহিত্য বৃটিছ শাসন ভাৰতত সোমোৱাৰ লগে লগে তাৰ আভাস আমাৰ ভাৰতীয় কৃষ্টি সাহিত্যত পৰিবলৈ ধৰিলে। পাশ্চাত্য আৰু প্ৰাচ্যৰ মিলন খেল ভাৰতত এক নতুন সাহিত্যৰ সৃষ্টি হ'ল। দেখিবকৈ হলেও বৃটিছ শাসনৰ প্ৰতিক্ৰিয়া হিচাবে ভাৰতে দেখা পালে এক নতুন সভ্যতা— এয়ে হল বিদেশী পুঁজিবাদীৰ প্ৰভাৱত হোৱা— বুৰ্জোৱা সভ্যতা। সামন্ততন্ত্ৰক ধ্বংসৰ পথত আগবঢ়াই দি এই সভ্যতাৰ সংঘৰ্ষত আধ্যাত্মিকবাদী ভাৰতবৰ্ষ ভৌতিকবাদৰ ফাললৈ আগবাঢ়ি আহিল। কিন্তু কৃষি প্ৰধান ভাৰতবৰ্ষত এই ভাব ক্ৰম বিকাশৰ পথত বৰ তীব্ৰ বেগে পাশ্চাত্যৰ দেশবিলাকৰ দৰে আগবাঢ়িব পৰা নাই— ই আজি কুৰি শতিকাৰ মাজ ভাগতো ক্ৰম বিকাশৰ পথতেই।

ভাৰতবৰ্ষত এই নতুন সভ্যতাৰ ভাৱধাৰা আপোনা-আপুনি উদ্ভৱ হোৱা নহয়— ইয়াক জাপি দিয়া হৈছিল পাশ্চাত্য সভ্যতাৰ পৰাহে। যি দেশৰ পৰা এই ভাৱ আহিছিল সেই দেশে সামন্ত যুগৰ পৰা সাম্ৰাজ্যবাদী যুগলৈ এখোজ আগবাঢ়িছিল। গতিকে এই পৰিবৰ্ত্তনশীল যুগত সেই দেশৰ সাহিত্যৰ প্ৰভাৱ ঠিক আমাৰ ইয়াতো তেনে ধৰণৰে পৰিল। এফালেদি বিদেশী শাসনৰ কবলত নতুন বিদেশী পুঁজিবাদীৰ জন্ম— ভাষা কৃষ্টিত আমূল পৰিবৰ্ত্তন আনি-বলৈ ইংৰাজী ভাৱৰ প্ৰচলনত এক নতুন যুগ প্ৰতিষ্ঠাৰ চেষ্টা, আন ফালেদি ধীৰে ধীৰে দেশীয় পুঁজিবাদীসকলৰ জন্ম আৰু পুৰণি

সংস্কৃতি ৰক্ষাৰ কাৰণে আপ্ৰাণ চেষ্টা। এনে সময়ত যি সাহিত্যৰ সৃষ্টি হৈছিল সেই সাহিত্যৰ ভাৱ ধাৰা স্বাভাৱিকতে বহুমুখী। পাশ্চাত্যৰ চিন্তা ধাৰাৰ সংমিশ্ৰনত সাহিত্যত ফুটি উঠিছিল ৰোমাণ্টিক ভাৱধাৰা, ব্যক্তিগত স্বাধীনতাৰ আদৰ্শ আৰু সামন্ত, যুগৰ অন্ধ-বিশ্বাসৰ বিপক্ষে হোৱা প্ৰতিক্ৰিয়াৰ ছবি। আনহাতেদি নতুন সভ্যতাক বাধা দিবলৈ সাহিত্যত তীব্ৰ জাতীয়তাবাদৰ প্ৰকাশ পোৱা দেখিবলৈ পোৱা যায়। এই ধৰণৰ সাহিত্যই গীতা, উপনিষদৰ ধাৰ্ম্মিক আদৰ্শ, জনসাধাৰণৰ আগত ডাঙি ধৰি পুৰণি কৃষ্টি সভ্যতা ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰে।

প্ৰায় পাঁচশ বছৰৰ আগতে অৰ্থাৎ ভাৰতত বৃটিঃছ সাম্ৰাজ্য স্থাপনৰ আগে আগে ভাৰতৰ সাহিত্যত এক নতুন প্ৰভাৱ পৰে। এই সাহিত্যই ধৰ্ম্মৰ যোগেদি সাম্যবাদ প্ৰচাৰ কৰিছিল। ১৫শ আৰু ১৬শ শতিকাৰ অসমৰে পৰা আৰম্ভ কৰি ভাৰতৰ আটাই কেইখন প্ৰদেশতে এই শ্ৰেণীৰ সাহিত্য দেখা যায়। এই সাহিত্যিকসকলৰ সাহিত্য আছিল ধৰ্ম্মৰ যোগেদি সমাজত মমতা স্থাপন। এই যুগৰ সাহিত্যিকসকলৰ ভিতৰত বঙ্গদেশত চৈতন্য, অসমত শঙ্কৰদেৱ, মাধৱদেৱ, দাক্ষিণাত্যত ৰামানন্দ বল্লভাচাৰ্য্য, উত্তৰ ভাৰতত কবীৰ। এই সকল ধাৰ্ম্মিক সাহিত্যিকে সেই সমাজত এটা নতুন সংস্কৃতি গঢ়ি তুলিছিল। অসম আৰু বঙ্গদেশত ক্ৰমান্বয়ে শঙ্কৰদেৱ আৰু চৈতন্যই





সামাজিক মমতাৰ নতুন ভাৱ দীঘলীয়া দিনৰ কাৰণে বোৱায়। জনসাধাৰণৰ অন্তঃকৰণত এই সাহিত্যৰ ভাৱ চিৰস্থায়ী ভাৱে স্থাপিত হলেও ৰাষ্ট্ৰগত সমস্যাত ই বিশেষ প্ৰভাৱ পেলাব পৰা নাছিল কিয়নো অৰ্থনৈতিক অৱস্থা আৰু ৰাষ্ট্ৰৰ ৰাজনৈতিক অৱস্থাৰ লগত ইয়াৰ বিশেষ সম্বন্ধ নাছিল। সামাজিক মমতা প্ৰতিষ্ঠা কৰিবলৈ হলে ৰাষ্ট্ৰৰ ৰাজনৈতিক মতবাদৰ পৰিবৰ্ত্তন আৱশ্যক। নহলে এনে আন্দোলনে সমাজত অৰ্থনৈতিক আৰু ৰাজনৈতিক পৰিবৰ্ত্তন আনিব পাৰে।

ভাৰতৰ বৃটিঃছ শাসনৰ নগ্নৰূপে ভাৰতবাসীৰ মনত বিদ্ৰোহ ভাৱ আনি দিলে। বিদেশী শাসন দলিয়াই পেলাবলৈ শোষিত ভাৰতবাসীৰ সাহ হ'ল— লগে লগে আৰম্ভ হ'ল জাতীয় আন্দোলন বিলাক। বিদেশী আৰু দেশীয় পুঁজিবাদীৰ জাতিগত স্বাৰ্থই পাশ্চাত্য দৰেই জন-সাধাৰণৰ মনত পৰা সুখৰ ভাৱ আঁতৰাই দিলে। চকুৰ আগতে লাখে লাখে মানুহে খাবলৈ নোপোৱাতো পুঁজিবাদৰ ক্ৰমবিকাশৰ পথত একো নতুন কথা নহয়। কাল্ মাৰ্ক্সৰ জীৱনৰ দৰ্শনৰ প্ৰতি চকু দিয়াৰ সময় লাহে লাহে ভাৰততো আহি পৰিলহি। এই মতবাদতে অনুপ্ৰাণিত হোৱা ৰুছিয়াই জাৰৰ বিপক্ষে মূৰ ডাঙি জাৰৰ শাসন দলিয়াই পেলোৱা দৃশ্যই পৃথিৱীত এক নতুন অভিনয় সৃষ্টি কৰিলে। পৃথিৱী জুৰি প্ৰচাৰ হোৱা এই সমাজতন্ত্ৰৰ আদৰ্শ নানা ভাৱে সাহিত্যত

ফুটি উঠিল। আধ্যাত্মিক আদর্শৰে অনুপ্ৰাণিত মায়াবাদ, নিৰাশাবাদে চাটি থকা ভাৰতীয় সাহিত্যতো এই আদৰ্শ ই এক নতুন পোহৰ পেলালে। উৎপীড়ণ অনাচাৰত জুকলা জনসাধাৰণৰ দুখ কষ্টৰ মূলগুৰি সি জন্মৰ কৰ্ম্মফল নহয় সেইকথা বুজিবলৈ ভাৰতীয়ৰ বেচি দিন নালাগিল। সাহিত্যই মানি ললে উৎপীড়ণ শোষণৰ মূল কেন্দ্ৰ ভাগ্য বা ঈশ্বৰৰ লীলা নহয় ; ইয়াৰ স্ৰজন কৰ্ত্তা মানুহৰ শ্ৰেণীগত স্বাৰ্থ।

সাধাৰণতে আজি কালি শুনা যায় যে ভাৰতীয় সাহিত্যত ৰুছিয়াৰ চিন্তাধাৰাৰ প্ৰভাব বৰ বেচিকৈ পৰিছে। ই একো নতুন কথা নহয়। যেতিয়া বিশ্বব্যাপী সৰ্ব্বসাধাৰণৰ মুক্তিৰ কাৰণে— নতুন সমাজ প্ৰতিষ্ঠাৰ কাৰণে, এক আন্দোলন চলিব লাগিছে ; তেতিয়া সেই আন্দোলনৰ মূল জন্মভূমিৰ প্ৰভাৱ আন ঠাইত পৰাটো একো অস্বাভাৱিক কথা নহয়। নিজ নিজ ঠাইৰ জনতাৰ ঘটনাৱলী খাপ খুৱাই ৰুছিয়াই মানিলোৱা মতবাদ সাহিত্যত ডাঙি ধৰাটো বোধকৰোঁ একো অশোভনীয় কথা নহয়। মুঠতে এই কথা লিখকৰ ভাৱৰ প্ৰকাশ ভঙ্গীৰ ওপৰত নিৰ্ভৰ কৰে।

কুৰি শতিকাৰ আৰম্ভৰ পৰা ভাৰতীয় সাহিত্যত ভৌতিকবাদৰ আদৰ্শৰ প্ৰভাৱ পৰা আমাৰ চকুত পৰিলক্ষিত হয়। বিদেশী শাসনৰ পৰা মুক্তি পাবলৈ কৰা আন্দোলন বিলাকৰ চাব সাহিত্যত ক্ৰমে ক্ৰমে





পৰিবলৈ ধৰিলে কিয়নো যুগৰ বিশেষ বিশেষ ঘটনাই হৈছে সাহিত্যৰ মূল বিষয় বস্তু আজি যেতিয়া ভাৰতবাসীয়ে বিদেশী শাসন দলিয়াই পেলাই জনসাধাৰণৰ ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰিবলৈ আন্দোলনৰ পিছত আন্দোলন কৰিছে ঠিক এনে সময়ত জনসাধাৰণৰ প্ৰাণৰ বাণী মুক্তিকামী সাহিত্যিক সকলে সাহিত্যত নানা ভাৱেৰে প্ৰকাশ কৰাটো সাহিত্যকৰ কৰ্ত্তব্য। আজি ৰুছিয়াৰ বিখ্যাত লিখক মেক্সিমগৰ্কীৰ সাহিত্যিক সকলৰ প্ৰতি দিয়া "সাহিত্য সন্তোষ দিবলৈ নহয় মানুহৰ প্ৰাণ জগাই তুলিবলৈহে। দুৰ্ভগীয়া আৰু শোষিত সকলৰ প্ৰাণ জগাই তোলা তেতিয়াহে তোমালোক প্ৰকৃততে ডাঙৰ হ'ব পাৰিবা।" ( The Literature is not to appease but to rouse a man's soul. Inspire the souls of the unfortunate and oppressed. Then only will you be truly great. )—এই মহাবাণী ৰুছিয়াৰ লিখকসকলে আখৰে আখৰে পালন কৰাৰ বাহিৰেও আজি পৃথিৱীতে ইয়াৰ মহা সত্য উপলব্ধিৰ কাৰণে সাহিত্যিক সকল উঠি পৰি লাগিছে। সাহিত্যত প্ৰসিদ্ধি থকা চীনদেশৰ সাহিত্যিক সকলে ১৯১৯ চনলৈকে ভাবিছিল, যে, সাহিত্যত সমাজৰ জনসাধাৰণৰ ঘটনাৱলীক ঠাই দিয়াটো সাহিত্যিক সকলৰ এটা সন্মান লাঘৱৰ কথা। সাহিত্য সৃষ্টি কৰিবলৈ হলে জনসাধাৰণৰ লগত সম্পৰ্ক নথকা আধ্যাত্মিক ভাৱৰ কথা লিখিব লাগিব। ১৯১৯ চনৰ পিছৰ পৰা চীনৰ সাহিত্যত

এনে ভাৱৰ ঠাই নোহোৱা হৈ পৰিছে। এই সাহিত্যই বৰ্ত্তমান যুগত সমাদৰ নাপায়। আজি চীনৰ সাহিত্যকসকলে চীনৰ মুক্তি আন্দোলনৰ কাহিনী লিখিছে। হাতত বন্দুকলৈ চীন আৰু ৰুছিয়াৰ সাহিত্যিক সকলে আধ্যাত্মিক বা মায়াবাদ আৰু ব্যক্তিগত ৰোমাঞ্চ কথা ভাবিব পৰা নাই। তেওঁলোকে ভাবিছে জনসাধাৰণৰ মুক্তি আৰু এই যুগ—আন্দোলন।

ভাৰতৰ্ষতো আজি ন—পুৰণি লিখক সকলৰ ভাৱ দ্বাৰা বদলিছে কিয়নো বিভিন্ন যুগৰ লগে লগে মানুহৰ বিচাৰ ধাৰাও বদলে। ই বুৰঞ্জীৰ উক্তি। ভাৰতৰ গণ আন্দোলন বিলাক মূৰ তুলি উঠাৰ এনে সময়ত সাহিত্যিক সকলে বাস্তৱৰ মুক্তিৰ আন্দোলনৰ পৰা আতৰি কল্পনা বিলাসত মত্ত থাকিব নোৱাৰে। জনসাধাৰণৰ ব্যক্তিগত জীৱনৰ মুখৰ কল্পনা বোৰ, মুষ্টিমেয় শোষক শ্ৰেণীৰ ধনতান্ত্ৰিক শোষণ নীতিয়ে ধ্বংস কৰি নিছে। চাই থাকোঁতেই আমাৰ পৰিচিত পৃথিৱীখন মুষ্টিমেয়ৰ কুচক্ৰান্তত খহি পৰি যাব লাগিছে। ঠিক এনে সময়ত সাহিত্যিক সকলে নিজৰ কাৰণে হলেও জনসাধাৰণৰ লগত সহযোগ কৰিব লাগিব। সমাজৰ প্ৰত্যেক ব্যক্তিৰে সমাজত মানুহৰ অধিকাৰ সম্পৰ্কে দায়ীত্বজ্ঞান আনিবলৈ হ'লে—কলাকাৰে ব্যক্তিগত সীমাবদ্ধ কল্পনা ৰাজ্যৰ পৰা আঁতৰি সমাজৰ মাজলৈ আহিব লাগিব। কলাজগতৰ স্বকীয়া ঐতিহ্য





থাকিলেও সমাজ ৰক্ষাৰ ভাৱৰ অঞ্জলিৰেহে সাহিত্যিকসকলে আজি এই যুগ সংক্ৰান্তিত সত্য, শিৱ, সুন্দৰৰ পূজা কৰিব লাগিব। মানৱ সেৱাই সাহিত্যিক সকলৰ ধৰ্ম্ম— তাৰ প্ৰমাণ ৰুছিয়াৰ বিখ্যাত সাহিত্যিকসকল আৰু আমাৰ অতীতৰ সমাজ সেৱী সাহিত্যিক সকলে দি গৈছে।

সত্য, শিৱ, সুন্দৰৰ পূজা ৰুদিয়াৰ্ড কিপলিঙ আৰু নগুচীয় সাম্ৰাজ্যবাদৰ নগ্ন প্ৰচাৰ কাহিনীৰে কৰিব পাৰে আৰু ঠিক তেনে প্ৰচাৰকে জগতৰ বুৰঞ্জীত নামো জিলিকাই থৈ যাব পাৰে কিন্তু সেই আদৰ্শকে ইকবাল কবীন্দ্ৰ ৰবীন্দ্ৰ নাথ, নজৰুল ইছলাম আদি ভাৰতীয় বিখ্যাত সাহিত্যিক সকলে লাঞ্ছিত শোষিত ভাৰতৰ বুকত জন্ম লভি প্ৰচাৰ কৰা নাছিল। বৰং নগুচীৰ এনে প্ৰচাৰত ৰবীন্দ্ৰনাথে তুৰ্ঘোৰ প্ৰতিবাদ কৰিছিল। একে দেশতে সাম্ৰাজ্যবাদী কিপলিঙৰ দৰে অনান্য কৱিৰ জন্ম লভিব পাৰে আৰু সেই দেশতে দুখীয়াৰ জীৱনৰ পূৰ্ণ অধিকাৰৰ কথা ফুটাই তোলা হুইটিং গলচৱাৰ্থ ওৱেলচ ইলিয়ট্ আৰু বাৰ্ণড শ্ব'ৰো জন্ম লাভ হব পাৰে। সময়ৰ ইতিহাসে ৰুডিয়াৰ্ড কিপলিং আৰু নগুচীৰ দৰে সাহিত্যক সকলক প্ৰতিক্ৰিয়াশীল সাহিত্যিক বুলিবলৈ কুণ্ঠিত নহব।

আজি ভাৰতৰ প্ৰত্যেক প্ৰদেশৰ সাহিত্যিক সকলে সমাজ সেৱাৰ আদৰ্শ আগত ৰাখি সাহিত্য সৃষ্টি কৰাত লাগিছে। সূক্ষ্ম

বিচাৰ ভঙ্গাৰে পৰিবৰ্ত্তনশীল সমাজক পৰিবৰ্ত্তনৰ বাটত আগবঢ়াই দিবলৈ, প্ৰতিমুহূৰ্ত্তৰ আৱশ্যক কথাবোৰ বিশেষ ভাৱে অধ্যয়ণ কৰিবলৈ আজি ভাৰতৰ সাহিত্যিকসকলে জগতৰ আন আন সাহিত্যিক সকলৰ লগতে উপলব্ধি কৰিব পাৰিছে। ৰুছিয়াৰ বিখ্যাত সাহিত্যিক ইলিয়া ইৰেণবাৰ্গে কৈছিল—"এজন সাহিত্যিকে যুগমীয়া সাহিত্য সৃষ্টি কৰিবলৈ শিকিব লাগিব ইয়াৰ ওপৰিও সাহিত্যিকে এটা মুহূৰ্ত্তৰ কাৰণেও সাহিত্য লিখিবলৈ শিকিব লাগিব যদি সেই মুহূৰ্ত্তত জনসাধাৰণৰ ভাগ্যত কিবা মীমাংসা হয়"। (A writer must know how to write for the centuries. He should know how to write also for one short second if the fate of the people is to be dicided in this second. এই কথা উপলব্ধি কৰিব পাৰিছিল বুলিয়েই বিশ্ব কবি ৰবীন্দ্ৰ নাথ ঠাকুৰৰ আধ্যাত্মিক ভাৱৰ কৱিতাৰ মাজতে জন-সাধাৰণৰ যুগৰ ভাৱেৰে কৱিতাৰ সৃষ্টি হৈছিল। প্ৰসিদ্ধ হিন্দী সাহিত্যিক প্ৰেমচন্দ্ৰৰ উপান্যাসে ব্যক্তিগত ৰোমাঞ্চৰ কাহিনীৰ পৰা আঁতৰি সমাজৰ বুভূক্ষ জন-সাধাৰণৰ বাস্তৱৰ করুণ-কাহিনীৰ আশ্ৰয় লৈছেহি অনান্য বিখ্যাত হিন্দী সাহিত্যিক সকল সুৰ্য্যকান্ত ত্ৰিপাঠী মহাদেৱী বৰ্ম্মা, মৈথিলী শৰণ গুপ্ত, সুমিত্ৰা নন্দন পাণ্ট আদিৰ লিখনীতো নতুন যুগৰ বাণীয়েই প্ৰতিধ্বনি হৈছে। মাৰাঠী সাহিত্যৰ





জন্ম লগ্নতে আছিল দলিত, শোষিতৰ বিদ্ৰোহী ভাৱধাৰা। এই সাহিত্যৰ নিৰ্ম্মাতাসকল আছিল—সামন্তবাদীৰ ভৰিৰ তলত পৰি থকা শোষিত লাঞ্ছিত কৃষকসকল। গতিকেই আজি এই নৱ-যুগত মাৰাঠী সাহিত্যই সামাজিক ভাৱ প্ৰচাৰ কৰাত বহুত দূৰ আগবাঢ়িছে। আমাৰ অসমীয়া সাহিত্যও আজি ঠিক এনে এক যুগলৈ আগবাঢ়িব খুজিছে। অনভিজ্ঞ নতুন লিখনীৰ কাৰণে অসমীয়া সাহিত্যত এনে ভাৱধাৰা সমাদৰ নাপাব পাৰে কিন্তু অভিজ্ঞ লিখকসকলে যদি যুগ-বাণীৰ প্ৰতি আওকাণ কৰি নীৰৱ হৈ বহি নাথাকে বা প্ৰতিক্ৰিয়া-শীলতাৰ আশ্ৰয় নলয়; তেন্তে অসমীয়া সাহিত্যও ভাৰতীয় বঙ্গালী, হিন্দী, মাৰাঠী আদি সাহিত্যৰ লগতে সমানে আগবাঢ়িব পাৰিব। কিন্তু কথা হ'ল পৃথিবীৰ জনতাৰ মুক্তিৰ আন্দোলনৰ লগত অসমীয়া সাহিত্যিক সকলৰ সম্বন্ধ কিমান? পৃথিবীৰ জনতাৰ মুক্তি-আন্দোলনৰ লগত ব্যক্তিগত জীৱনৰ কিছু সম্বন্ধ নাথাকিলে সাহিত্যিকসকলৰ সাহিত্যত যুগৰ বাণী প্ৰতিফলিত হোৱাটো স্বাভাৱিক নহয়।

জগতত আজিৰ সাহিত্য জীৱনৰ অকল দৰ্পণ নহয়, ই জীৱনৰ দৰ্শনো। আজিৰ সাহিত্যৰ ভাৱধাৰাৰ উদ্দেশ্য অকল ৰস সৃষ্টি কৰি মানুহক আজৰি সময়ত আমোদ দিয়াই নহয়, ই জীৱনৰ সমস্যা সমাধান কৰি পেপুৱা জনসাধাৰণক মুক্তিৰ সঙ্কেত দিয়া এটা চলন্ত শক্তি।

—শ্ৰীবীৰেন্দ্ৰ নাথ বৰকটকী।



---

# —কৱিতা—



কোনো এক মুহূর্ত্তত কৱি অনুপ্রাণিত হলে অন্তৰ আত্মাৰ ভাৱৰাশি স্রোতবেগে প্ৰৱাহিত হয়। সেই শুভমুহূর্ত্তত কৱিৰ ভাৱ-ৰাশি স্বাভাৱিক গতিত ব্যক্ত হয় আৰু ভাবৰ সেই ৰূপ নহয় সেই ক্ষণতে প্ৰকাশ হয় কৱিৰ ব্যক্তিগত প্ৰতিভাৰ দ্বাৰা। কৱিয়ে প্ৰকাশ কৰে সেই ভাৱধাৰাক শুৱলা সুমধুৰ ভাষাত। কৱিতা হৈ পৰে কৱিৰ অনুভূতিপূৰ্ণ বিস্তৃত বিকাশ। কৱিৰ ভাৱৰ হেন্দোলনিতে প্ৰকাশ হয় অনুৰাগ। এই অসংযত ভাৱধাৰা গতি লয় সম্যক লয় যুক্ত গতিত। ৱৰ্ডচৱৰ্থে কবৰ দৰে— "Poetry is the spontaneous overflow of powerful feeling."

কৱিতা প্ৰকাশ হয় কৱিৰ অনুপ্ৰেৰণাৰ ফলতেই—ইয়াৰ প্ৰভাৱ পৰে সমগ্ৰ মানৱ জীৱনৰ ওপৰতে। কৱিয়ে নিজ প্ৰতিভাৰ দ্বাৰা প্ৰকৃতিৰ সৌন্দৰ্য্যৰ সঁফুৰাখিনি ডাঙি ধৰে জগতৰ আগত। সৌন্দৰ্য্য বোধগামী কৱি অনুপ্ৰাণিত হৈ মতলীয়া হয়। এই তন্ময়তাত দৃশ্য-মান জগতৰ লগত কৱিৰ সম্বন্ধ নাই বুলিলে ভুল ধাৰণা কৰা হয়। যেহেতু কৱিয়ে কৱিতাৰ আহিলা বা সত্তাৰ এই জগতৰ পৰাই আহৰণ





কৰে। কৱিয়ে এই দৃশ্যমান জগতৰ পৰা আহিলাৰে অনুভূতি পূৰ্ণ তন্ময়তাৰ এটি মুহূর্ত্তত চিৰন্তন সত্যৰ সাঁচ দি থৈ যায় কৱিতাৰ বুকুত।

কৱিয়ে প্ৰকাশ কৰে দৃশ্যমান জগতৰ আহিলাবোৰলৈ প্ৰকৃতিৰ সত্য— মানৱ আত্মাৰ তথ্যবিলাক একচিৰকলীয়া অভিজ্ঞতাত পৰিণত কৰে সৌন্দৰ্য্যৰ ৰংচঙ্গীয়া আভাৰে। কৱিৰ ৰাজ্য সোণালী সপোনৰ। বৈজ্ঞানীকৰ দৰে নগ্নসত্যলৈ, ঐতিসাহিকৰ দৰে ঘটনাৱলী লৈ, দাৰ্শনিকৰ দৰে মনোবিজ্ঞান লৈ সমালোচনা কৰা কৱিৰ অভিপ্ৰায় নহয়। কৱিৰ মুখ্য উদ্দেশ্য—সত্য, শিৱ, সুন্দৰৰ ৰাজ্য স্থাপন কৰা। কৱিৰ এই আদৰ্শ ৰাজ্যত অ-সুন্দৰ অসত্যৰ স্থান নাই। সত্যৰ ওপৰত স্থাপিত কৰি সৌন্দৰ্য্য ৰাজ্য সজাই পৰাই তোলাহে কৱিৰ বাঞ্ছা। এইখিনিতে কৱিতাৰ সৌন্দৰ্য্য সম্পৰ্কে ফিৱনা মেক-লিৱৰ্ডৰ ভাষাত কব পাৰি "Poetry is the emotion of life rhythmically remembering beauty: as pictorial art and the art of verbal romance are the vision of life seen in beauty and in beauty revealed; and as music is the echo of life heard in beauty."

কৱিতাৰ সত্য চিৰন্তন সত্য। দৰ্শন বা ধৰ্ম্ম যেনেকৈ এক সত্যৰ লৈ প্ৰতিষ্টিত সেইদৰে কৱিতাও একপ্ৰকাৰ সত্যলৈ প্ৰতিষ্টিত হৈছে।

কিন্তু কৱিতাৰ এই সত্য নওঠা বা উকা সত্য নহয়। কল্পনাৰ আঁৰে আঁৰে মানৱসত্য প্ৰকাশ কৰিব পৰা শক্তি আছে কেৱল কৱিতাৰহে। কৱিতাৰ সত্য বিজ্ঞানৰ সত্যও নহয়— য'ত কল্পনাৰ লীলা-খেলা নাই, য'ত জীৱনৰ আবেগ অনুভূতিৰ পৰিকল্পনা নাই,— নাই তাত জীৱনৰ অমিয়া, হীয়াভৰা হেঙ্গুলীয়া ভাৱৰ মদিৰা, প্ৰাণৰ করুণ আৰ্ত্তনাদ। কৱিতাৰ অন্যতম উপাদান এই বিলাকেই। কৱিতাই আবেগ অনুভূতিৰ মাজেদি সন্ধান দিয়ে. এখন অভিনৱ জগতৰ। সেই কাৰণেই কৱিতাৰ ৰাজ্য জকমকীয়া এখন মনোৰম ৰাজ্য। কৱিতাৰ শক্তি সম্মোহিনী আৰু ইয়াৰ মূলবস্তু ভাব (idea) কোনো ঘটনা নহয়। কৱিয়ে ভাবুক আৱেগ অনুভূতিৰ পৰশ দি চিত্তাকৰ্ষক কৰি তোলে। এই শক্তিৰ গুণতেই কৱিতাই মন প্ৰাণ কোনোবা এক সোণালী সপোন ৰাজ্যলৈ লৈ যায়। এই শক্তিৰ প্ৰভাৱতেই মানৱ হৃদয়ত কৱিতাই ইমান হিল্লোল তুলিব পাৰে।

কৱিতাই ইন্দ্ৰিয় গ্ৰাহ্য সৌন্দৰ্য্যলৈ চকু মেল খুৱায়। কৱিতাই মানৱ অন্তৰত প্ৰেৰণা জগাই তুলিব পাৰে। কৱিয়ে পাঠকৰ মনত নতুন ভাৱৰ অৱতাৰণা কৰে। সেই গতিকে গ্ৰীকসকলে কৱিক স্ৰষ্টা নামেৰে বিভূষিত কৰিছিল। কৱিতাৰ উদ্দেশ্য কেৱল শিক্ষাই নহয় বা অকল নৈতিকতাৰ আদৰ্শ ডাঙ্গি ধৰাও কৱিৰ বাঞ্ছা নহয়। কৱিতা একধৰণৰ কলা। আৰ্ণল্ডে কৱিতাক জীৱনৰ বিচাৰ বা সমালোচনা ( criticism of life ) বুলি কৈছে। তেখেতৰ মতে মানৱ জীৱনৰ





ভাববোৰ অভিজ্ঞতাৰে ৰহন সানি প্ৰকাশ কৰিব পাৰিলেহে কৱিতাত কৃতকাৰ্য্যতা লভিব পাৰি। কিয়নো জীৱনৰ লগত সম্বন্ধ নাৰাখি কৱিতা পৃথক হৈ থাকিব নোৱাৰে। প্ৰকৃতিৰ লগত সম্বন্ধ নাৰাখিলে কৱিতাৰ ৰূপ প্ৰকাশ নাপায়। কৱিতা আৰু জীৱনৰ সম্বন্ধ অতি ওচৰ— ই অবিচ্ছেদ্য।

কৱি বা শিল্পীয়ে গঢ়ি তোলে আদৰ্শ ৰাজ্য। না না ৰহনেৰে বোল দি শিল্পীয়ে বা কৱিয়ে সেই ৰাজ্য সজাই-পৰাই তোলে। সকলো ক্ষণতে কৱিয়ে সেই আদৰ্শ ৰাজ্য গঢ়িবলৈ অন্তৰত প্ৰেৰণা নাপায়। সেই শুভমুহূৰ্ত্তলৈ কৱি বা শিল্পীয়ে উপেক্ষা কৰিব লাগিব। তেনে শুভমুহূৰ্ত্তটো কৱিৰ তন্ময়তাৰ ক্ষণ, আৰু তেনে ক্ষণতেই কৱিয়ে প্ৰকাশ কৰে, উঠলি উঠা ভাৱধাৰা কৱিতাত, সাঁচ দিয়ে কলাৰ বুকুত চিৰকাললৈ জীৱনৰ অভিব্যক্তি। অৱশ্যে কৱিতা লিখোঁ বুলি কোনোৱে লিখিব নোৱাৰে। শেলীয়ে কৱৰ দৰে "A man can not say, I will compose poetry" কৱিতা লিখিবলৈ সকলোৰে অন্তৰত প্ৰেৰণা নজন্মে। মানৱ অন্তৰত প্ৰেৰণা নজন্মিলে কৱিতা উন্নত নহয়। শেলীয়ে কৱিতাৰ বাখ্যা দিছে এই বুলি—"Poetry is the record of the best and the happiest moments of the happiest and best minds" অন্তৰৰ অনুভূতিপূৰ্ণ ভাৱৰাশি শ্ৰোত বেগে প্ৰবাহিত হৈ যেতিয়া আত্ম প্ৰকাশৰ গতিত

দেখা দিয়েহি সেই মুহূৰ্ত্ততে কৱিতা প্ৰকাশ হয়। ই অমৰ হয় ছন্দৰ ঝঙ্কাৰ আৰু ভাষাৰ লয়লাস গতিৰে। কৱিতাই প্ৰাণত আনন্দ দিয়ে। এনে সুখ বা আমোদক সৌন্দৰ্য্য সম্ভোগ (aesthetic pleasure) বোলে।

অসীমৰ ছবি সুমধুৰ ভাৱে ব্যক্তি কৰিব পৰা ক্ষমতা আছে কৱিতাৰ। এই অসীমৰ বাবে তৃষ্ণা থকা গতিকেই কৱিতা আদৰ্শ বাদী হৈ পৰিছে। এই ধাউতি কৱিৰ আছে, গতিকেই এজন সমালোচকে ব্যক্ত কৰিছে— "Poets interpret us to ourselves. They make adventurous voyages into hitherto unsounded seas of the húman spirit, and bring us news of their discoveries." কৱিৰ অভিপ্ৰায় অসীম অনন্তৰ সন্ধান বিচাৰি ফুৰা।

"কৱিতা কল্পনাময়ী কৱিৰ বাঞ্ছিত।" কল্পনাৰ বোল পৰিলেহে ৰূপালী পৰ্দাত কৱিতাকুৱঁৰী লয়লাসী হৈ পৰে। কল্পনা মানৱ প্ৰাণৰ গহণ কোণত থকা এটা শক্তি—ইয়েই সকলো কলাৰ সৃষ্টিমূলক শক্তি। এই কল্পনা শক্তিৰ দ্বাৰা কৱিয়ে অনুভূতিখিনি উদ্ভাসিত কৰি জগতৰ আগত তাৰ সৌৰভ বিলাই দিয়ে। ইয়েই হৈছে কল্পনা শক্তিৰ তীক্ষ্ণদৃষ্টি ইমাৰচনৰ মতে "They who build on ideas build for eternity." এই ব্যাখ্যাটো সম্পূৰ্ণ ৰূপে কলাৰ বুকুত প্ৰতিফলিত





হোৱা দেখা যায়। কিন্তু সেইয়ে কৱিতাত কাল্পনিক অভিজ্ঞতাৰে প্ৰকাশ হয়। ডি, জি, জেইমে কয়—"The aim of poetry is never to create emotion, its aim is to convey an imaginative idea or object." অন্তৰ আত্মাৰ ভাৱবোৰ কল্পনাৰ লহৰে ব্যক্ত কৰিব পৰাটোৱেই কৱিতাৰ ক্ষমতা। কল্পনাৰ অভাৱ হলে কৱিতাৰ ৰূপ প্ৰকাশ নহয়। কৱিয়ে দৃশ্যমান জগতৰ আহিলাবোৰ আহৰণ কৰি কল্পনাৰ বোলেৰে পৰশ দি বাস্তৱতাক এক অপাৰ্থিব সৌন্দৰ্য্যত পৰিণত কৰে।

"The poets eye in a fine frenzy rolling.
Doth glance from heaven to earth, from earth to heaven,
And as imagination bodies forth
The forms of things unknown, the poet's pen
Turns them to shape, and gives to airy nothing
A local habitation and a name."

কোনো ভাৱ সুন্দৰ ভাষাত প্ৰকাশ কৰিলেই কৱিতা নহয়, যদিহে কল্পনাৰ অভাৱ হয়। কলাৰ মুখ্য উদ্দেশ্য হৈছে-যি কোনো বিষয় বস্তু নৱগ্ৰহ কৰি, কল্পনা শক্তিৰে সৌন্দৰ্য্য সৃষ্টি কৰা। কাল্পনিক হলেই কৱিতা বা কলা বাষ্পময় বুলিলে ভুল হব। কিয়নো কৱি সাহিত্যিক ৱালটাৰ

ডিলামাৰ, মেটাৰলিঙ্ক আদিৰ কৱিতা সমূহত শিশুৰ সোণালী সপোন ৰাজ্য এখনৰ আভাস দিয়ে। সেই সপোন ৰাজ্যতে কৱিৰ প্ৰাণৰ তথ্যবিলাক জড়িত আছে। কলা জীৱনৰ অভিব্যক্তি। কিন্তু সেই বুলি কলাৰ জীৱনৰ নগ্নচিত্ৰ অকা কলাৰ অভিপ্ৰায় নহয়। কলা ফটোগ্ৰাফি নহয়—য'ত গতিশীল জীৱনৰ আৱেগ অনুৰাগ বাহ্যিত আৱস্বৰ পূৰ্ণ বিকাশ নহয়। কলাৰ উদ্দেশ্য হৈছে বাহ্যিক জগতৰ পৰা সামগ্ৰী বাচি লৈ মানৱ অভিজ্ঞতাৰে: সৌন্দৰ্য্যৰ সাঁচত পৰিস্ফুট কৰা।

"Poetry does not teach it inspires" কৱিতাই নীতিশিক্ষাৰ আঁচনি ডাঙ্গি নধৰে। কৱিয়ে অন্তৰ আত্মাৰ ভাৱ ৰাশি সোঁত বোৱাই প্ৰাণৰ সৌন্দৰ্য্য পিপাসা জাগৃত কৰি তোলে। প্লেট'ৰ মতে শিক্ষাৰ বিতৰণ কৰাই কৱিতাৰ মুখ্য উদ্দেশ্য। প্লেট'ৰ 'আদৰ্শ ৰাষ্ট্ৰত" কৱিৰ স্থান নাছিল। কিয়নো কৱিয়ে (প্লেট'ৰ মতে) এখন কাল্পনিক মনোৰম ৰাজ্য গঢ়ি তোলে। যেহেতু কৱিতাৰ যুক্তিতৰ্কৰ স্থান নাই; শিক্ষা প্ৰদায়িনী শক্তি নাই সেই গতিকে প্লেট'ই কৱিক তেওঁৰ ৰাষ্ট্ৰত স্থান নিদিছিল কৱিতা দোষনীয় বুলি ঘোষণা কৰিছিল। কিন্তু কৱিয়ে সুমধুৰ সুৱলা প্ৰকাশ ভঙ্গীৰে অন্তৰ স্পৰ্শ কৰিব পাৰে—সেইদেখি কৱিতাই সহজে শিক্ষা প্ৰদান কৰা ক্ষমতা জগাই দিয়ে। এই ক্ষমতাৰ





গুণতেই কৱিয়ে মানৱ অন্তৰ অতি সোনকালে স্পৰ্শ কৰিব পাৰে। কৱিতা সুৱলা সু-ভঙ্গীৰে প্ৰকাশ কৰাতহে হৃদয়গ্ৰাহী হয়। মনিষী এৰিষ্ট'টলৰ মত পোষণ কৰে যে মানৱ আত্মাৰ ভাৱৰাশি সুৱলাকৈ প্ৰকাশ কৰিব পৰা কৱিতাৰ শ্ৰেষ্ঠ প্ৰয়াস।

কিছুমান মানৱ জীৱনৰ জটিল নগ্নতথ্য আলোচনা কৰা কৱিতাৰ বোধগম্য কাম নহয়। সেই কাৰণে সাহিত্য ৰাজ্যত ইংৰাজ কৱি সাহিত্যিক অস্কাৰ ৱাইল্ড, শ্বেলী, ৱালটাৰ পেটাৰ আদিয়ে এক বিদ্ৰোহৰ সূচনা আনিলে। তেওঁলোকে এক সিদ্ধান্তত উপনিত হৈছে যে প্ৰকৃত কৱিতা কোনো ধাৰাবাহিক নীতি মানি নচলে। চলন্ত মানৱ জীৱনৰ পুঞ্জীভূত ভাৱ প্ৰকাশ কৰিবলৈ কৱিক ব্যক্তিগত স্বাধীনতা লাগে। কৱিয়ে কোনো গতানুগতিক নীতি মানি চলিবলৈ বাধ্য নহয়। কৱিয়ে নিজৰ পৰিতৃপ্তি বা হিয়াৰ উপশমৰ নিমিত্তেহে কৱিতা লিখে। কৱিতাৰ যোগেদি কৱিয়ে আত্মাৰ বা হিয়াৰ মুক্তি উপলব্ধি কৰিব বিচাৰে।

"All poetry is an act of emancipation It is a liberation of the true mind ····All poetry is emancipation, is a new life, a new freedom"

—( Emerson )

কৱিতা গঠিত হয় ভাৱ, ভাষা আৰু ছন্দৰ মৃদু লহৰত। ভাব বা অনুভূতি যেনেকৈ মধুৰ হোৱা উচিত সেইদৰে ছন্দ আৰু ভাষাৰ মাধুৰ্য্যৰো প্ৰয়োজন। অনুভূতি আৰু ভাষাৰ মাধুৰ্য্যৰ সংমিশ্ৰনতহে কৱিতাৰ সৌৰভ প্ৰকাশ হয়। ছন্দ আৰু ভাষা কৱিতাৰ অঙ্গ—দুয়োৰে ওচৰ সম্বন্ধ। ছন্দৰ ঝঙ্কাৰে কৱিৰ প্ৰাণত অনুপ্ৰেৰণা দি এখন কল্পনা ৰাজ্য সৃষ্টি কৰে। সেই গতিকেই বোধকৰো শ্ৰেণীক "imagination all compact" নামেৰে বিভূষিত কৰিছিল। কৱিৰ সুৱলা শব্দধ্বনিৰ মাজেদি প্ৰকাশ হয়। জীৱনৰ অনুভূতিবোৰ, প্ৰাণৰ মাদকতাসনা মুহূৰ্ত্তবোৰ, হৃদয়ৰ গহণ কোণৰ আপ্লুত আবেগখিনি। ছন্দধ্বনিৰ সহায়ত কৱিতাই মানৱ প্ৰাণত শিহৰণ তোলে। কিন্তু কেৱল সুৱলা শব্দধ্বনিৰ সমাবেশত প্ৰকৃত কৱিতাৰ ৰূপ প্ৰকাশ নহয়। ছন্দৰ ঝঙ্কাৰ আৰু ভাষাৰ লয়লাসৰ গতি কৱিতাৰ অপৰিহাৰ্য্য অঙ্গভূষণ। ছন্দই কৱিতাৰ মাধুৰ্য্য বঢ়ায়। ছন্দ কৱিতাৰ অপৰিহাৰ্য্য অঙ্গ নহয় যদিও ইয়াক পৰিত্যাগ কৰাটো বাঞ্চনীয় নহয়; কিয়নো ছন্দৰ লয় আৰু সুৰগাৰ ধ্বনিৰ গতিতেই ভাব প্ৰকাশ হয়। সমালোচক ৱাটছ দানটনে কৱিতাৰ বাখ্যা দিছে এই বুলি "Absolute poetry is the concrete and artistic expression of the human mind in emotional and rhythmical language" কৰি সাহিত্যক ইয়েটছৰ মতে কৱিতা সুমধুৰ ভাষাৰ সঙ্গীত। সুৱলা ভাষাই অন্তৰৰ স্পন্দনখিনি

এশ সত্তৰ



সোনকালে জগাব পৰা বাবেই কৱিতাৰ ইমান মাধুৰ্য্য আছে। সেই গতিকে এড্গাৰ এলেনপোৱে কৱিতাক ছন্দোৱদ্ধ সৌন্দৰ্য্য বুলি ঘোষণা কৰিছে। "Poetry is the rhythmic creation of beauty."

আদিম যুগৰ পৰা মানুহৰ জীৱনৰ লগত কৱিতাৰ সম্বন্ধ আছিল। জীৱনৰ লগত কৱিতাৰ অবিচ্ছেদ্য সম্বন্ধ—কৱিতা জড়িত হৈ আছে জীৱনৰ প্ৰত্যেক স্তৰে স্তৰে। এই সম্বন্ধ থকাৰ গতিকেই কৱিতাই ব্যৱহাৰিক জীৱন অঙ্কন কৰিছিল। আদিম যুগত জীৱনৰ লগত কৱিতাৰ যি সম্বন্ধ আছিল আজিও সেই সম্বন্ধ একেদৰেই আছে। প্ৰত্যেক যুগৰ লগত সামঞ্জস্য ৰাখি কৱিতা জীৱন পৰিলক্ষিত হোৱা দেখা যায়। যুগ পৰিবৰ্ত্তন হোৱাৰ লগে লগে সাহিত্যৰো ধাৰাবাহিক গতি সলনি হৈছে; সাধাৰণতে মধ্যযুগৰ সাহিত্যত বিশেষকৈ ধৰ্ম্মমুলক তথ্যবিলাক আলোচনা হৈছিল। ইয়াৰ পিচৰ যুগত ঐশ্বৰ্য্য-বিভূতি আদিৰ বিপুল সুচনা হোৱা দেখা গৈছিল আৰু সেইবিলাক সাহিত্যত প্ৰতিপন্ন হৈছিল। আধুনিক যুগত কৱিতা সম্পূৰ্ণ পৰিবৰ্ত্তন হৈছে। আধুনিক সাহিত্য সামাজিক হৈ পৰিছে। সাহিত্য, সামাজিক হৈ পৰিছে যদিও আধুনিক যুগৰ কৱিসকলে একে পন্থা লৈ ব্যস্ত থকা নাই। বৰ্ত্তমান যুগ ব্যক্তিগত স্বাধীনতাৰ যুগ।

এশ এসত্তৰ

কৱিতা আৰু সুকুমাৰ কলাত ব্যক্তিগত জীৱনৰ পুঞ্জীভূত ভাৱৰাশি বিকাশ হয়। "কোনো তথ্য বা নীতি সমালোচনা কৰা কলাকাৰৰ অভিপ্ৰায় নহয়।

আধুনিক কৱিসকলে আগৰ ধৰাবন্ধা ছন্দৰ নিয়ম প্ৰণালী পৰিত্যাগ কৰি মুক্তছন্দ ৰীতি অৱলম্বন কৰিছে। সেইদৰে কৱিতাৰ বিষয় বস্তু লোৱাটো কৱিসকলে নতুন পন্থা-গ্ৰহণ কৰিছে। ভাষা আৰু শব্দ-যোজনাৰ প্ৰয়োগ সহজ সৰল হৈ পৰিছে।

সভ্যতাৰ উৎকৰ্ষ সাধন হোৱাৰ লগে লগে সাহিত্য আমূল পৰিবৰ্ত্তন হোৱা দেখা গৈছে। গণতান্ত্ৰিক ভাৱধাৰাই সাহিত্য, আৰু সুকুমাৰ কলাত এক বিদ্ৰোহৰ সূচনা আনিলে। আজিৰ কৱিতা, সাহিত্যত পৰিস্ফুট হয় সমগ্ৰ মানৱ জীৱনটোৱেই। কৱি আজিৰ জনসমাজৰে এজন। আজিৰ কৱিয়ে অৱাস্তৱ সোণালী সপোন ৰাজ্যৰ পৰিকল্পনা নকৰে। আজি কৱি বিদ্ৰোহী। মানৱতাৰ ধ্বংস লীলাৰ স্তুপীকৃত অৱস্থা দেখি কৱিৰ প্ৰাণ কান্দে। আধুনিক কৱিয়ে কেৱল "সুন্দৰৰ আৰাধনা জীৱনৰ খেল" বুলি ৰাখ্যা দিয়েই ক্ষান্ত হৈ নাথাকে। সুন্দৰ অসুন্দৰ বা বীভৎস কাণ্ডবোৰো আধুনিক কৱিতাত বিৰাজমান। কৱি সাহিত্যিক টি, এচ, ইলিয়টে কৱৰ দৰে— "The essential advantage of a poet is not to have a beautifull world with which to deal; it





is to be able to see beneath both beauty and ugliness; to see the boredom and the horror and the glory" আজিৰ কৱিৰ প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনা বা প্ৰেমৰ সপোন ৰচনা কৰিবৰ সময় নাই। কৱিৰ হৃদয়ত অগনি জ্বলিছে আজি ক্ষুধাৰ্ত্ত মানৱৰ জৰাজীৰ্ণ কায়টো দেখি, সমাজৰ অত্যাচাৰ উৎপীড়ণৰ প্ৰতিমূৰ্ত্তিবোৰ দেখি। অনাচাৰ, অবিচাৰ মষিমূৰ কৰি সত্যৰ ওপৰত প্ৰতিস্থিত কৰি এখন সত্য, শিৱ সুন্দৰৰ আদৰ্শ ৰাজ্য গঢ়িতোলাই কৱিৰ পৰিকল্পনা।

মানৱ প্ৰাণৰ ওপৰত কৱিতাৰ প্ৰভাৱ অপৰিসীম। কৱিতাই পাঠকৰ মনত এখন সুন্দৰ আদৰ্শ ৰাজ্যৰ আভাস দিয়ে। সংসাৰৰ নানান কোলাহলে যেতিয়া মনৰ স্থিৰতা হেৰুৱাই, জীৱনৰ সমস্যাবোৰে আগুৰি ধৰেহি— সেই মুহূৰ্ত্তত কৱিতাৰ ৰসসৃষ্টিয়ে পাঠকক কোনোবা এক সোণালী সপোন ৰাজ্যলৈ লৈ যায়; কৱিতাই প্ৰাণত শান্তিৰ নিজৰা বোৱাই মৰ্ত্ত্যৰ মানৱক সেই সোণালী সপোন ৰাজ্যৰ সন্ধান দিয়ে। সঁচাকৈয়ে কেনে সম্মোহিনী শক্তি, কেনে মনোৰম মাধুৰী সনা চঞ্চলা চপলা কৱিতা কুৱঁৰীৰ প্ৰভাৱ? কৱিতাৰ সম্মোহিনী শক্তি অপৰিসীম গতিকেই বিখ্যাত সমালোচক দান্টে, কৱিতাৰ ৰাখ্যা দিছে এই বুলি "Poetry is a musical enchantment, it is an incantation, a charm, which casts a spell on the hearer." কৱিতাৰ এয়ে হল প্ৰভাৱ মানৱ প্ৰাণৰ ওপৰত। কৱিয়ে

প্ৰাণৰ বাসনা বা অনন্ত ধাউতি উপলব্ধি কৰে কৱিতাত। কৱিৰ এই "অজ্ঞাত অভাৱৰ" অবিহনে কৱিতা প্ৰকাশ নহয়। কৱিৰ প্ৰাণৰ এই অনন্ত তৃষ্ণাক ৱালটাৰ ডিলামাৰে বাখ্যাদিছে "poor mortal longingness" বুলি। হেনৰী নিউবল্টৰ মতে কৱিতা "a transfiguration of life heightened by the home sickness of the spiritual for a perfect world." মানৱ আত্মাৰ এই তৃষ্ণা পৰিতৃপ্তি সাধন হয় কেৱল কৱিতাতহে আৰু কৱিতা আত্মাৰ পৰিতৃপ্তিৰ পূৰ্ণাৱিকাশ।

—শ্ৰীঅৰুণ কুমাৰ বৰুৱা



# ভাৰতৰ বাহিৰত স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্ট।

———o———

ভবিষ্যত পৃথিবীৰ ইতিহাস লিখকসকলে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ জীৱন্ত-কাহিনী কেতিয়াও নিলিখি থাকিব নোৱাৰে আৰু নিশ্চয় ইয়ে পৃথিবীৰ বুৰঞ্জীত লেখত লবলগীয়া বিষয় হৈ পৰিব। সেই জীৱন্ত, লেখত লবলগীয়া কথা কাঁকি হৈছে— পূব এচিয়াত নিজা সৈন্যসামন্তৰে গঠিত অস্থায়ী স্বাধীন ভাৰতৰ গৱৰ্ণমেণ্ট আৰু স্বাধীনতা অৰ্জ্জনৰ হকে কৰা সিহঁতৰ অমৰণ কামবোৰ। এই অস্থায়ী গৱৰ্ণমেণ্টৰ জাতীয় সেনা বাহিনীদল পূৰা ডেৰবছৰ কাল বৃটিছৰ লগত যুঁজ দিব লগীয়া হৈছিল।

দেশৰ স্বাধীনতাৰ হকে ভাৰতৰ বাহিৰত থাকি এই সৈন্য-বাহিনীদল গঠন কৰোঁতা আৰু চলাওঁতা আছিল দেশপূজ্য, মুকুত বিহীন জননেতা শ্ৰীসুভাস চন্দ্ৰ বসু। তেৱেঁই ভাৰতৰ ফৰওৱাৰ্ড ব্ল’কৰ প্ৰতিষ্ঠাতা। তেওঁৰেই সভানেতৃত্বত, তুবাৰ--ভাৰতীয় জাতীয় মহাসভা কংগ্ৰেছৰ অধিবেশন বহিছিল।

তেওঁ বৃটিছ শাসকৰ সুসজ্জিত সৈন্যৰে যুজি অৱশেষত হাৰে। কিন্তু হাৰিলেও ইয়েই ভাৰতৰ স্বাধীনতাৰ লক্ষ্য পথত অনেক দূৰ আগবঢ়াই থৈ গল।

এশ পয়সন্তৰ

দ্বিতীয় মহাযুদ্ধৰ মাজভাগৰ ১৯৪১ চনৰ জানুৱাৰী মাহত সুভাস চন্দ্ৰ বসু হঠাৎ ভাৰতগৱৰ্ণমেণ্টৰ চকুত বালি দি ঘৰৰ পৰা অন্তৰ্দ্ধান হয় আৰু অৱশেষত বাৰ্লিন মহানগৰী পোৱাৰ কথা শুনিবলৈ পাওঁ। তেওঁৰ ভাৰত ত্যাগৰ কাৰণ এয়ে যে, বৈদেশিক কোনো ৰাষ্ট্ৰৰ সহায় নললে ভাৰতে সহজতে স্বাধীনতা পোৱা সম্ভৱপৰ নহয়। সেই অৰ্থে তেওঁৰ বৃটিছ পুলিছৰ চকু নজৰৰ অব্যাহতি লৈ বাৰ্লিন মহানগৰী পায়।

১৯৪১ চনৰ ৮ ডিচেম্বৰত যেতিয়া পূব এচিয়াত ৰণভেৰি বাজি উঠে তেতিয়া তেওঁ সাময়িক ভাবে তাৰ পৰ্য্যাবেক্ষণ কৰি আছিল আৰু ৰণথলি পোৱাৰ আগতে তেওঁ তাঁৰ চেলু বিচাৰিব লগীয়া হৈছিল। অৱশেষত ১৮ মাহ অপেক্ষা কৰাৰ পিছত তেওঁৰ পথ মুকলি হ'ল।

ইতিমধ্যে ১৯৪২ চনৰ ১৫ ফেব্ৰুৱাৰীৰ দিনা বৃটিছৰ বিখ্যাত নৌবাহিনী সৰ্জ্জিত সিঙ্গাপুৰ জাপানৰ হাতলৈ গল। তাৰ পিছদিনাই জাপানৰ প্ৰধান মন্ত্ৰী জেনেৰেল তজোই ভাৰতৰ স্বাধীনতা সংগ্ৰামত ভাৰতবাসীক সকলো প্ৰকাৰে সহায় কৰিবলৈ মত প্ৰকাশ কৰে।

পূব এচিয়াত সিচঁৰিত হৈ থকা ভাৰতৰ আন আন নেতাসকলৰ সৈতে আলোচনা কৰিবলৈ ভাৰত ত্যাগী শ্ৰীযুত ৰাসবিহাৰী বসু আৰু ভাৰত এৰি ৩০ বছৰৰো অধিক কাল জাপানত কটাই দিয়া ভাৰতীয় বিপ্লৱীসকল ব্যাঙ্ককত আহি উপস্থিত হ'লহি। শ্ৰীযুত ৰাসবিহাৰী





বসুৰ সভাপতিত্বত পূব এচিয়াত সিচঁৰিত হৈ থকা ভাৰতীয় সদস্য বৃন্দৰ এখন ডাঙৰ সভা ১৯৪২ চনৰ ১৫ জুনৰ পৰা ২৩ জুনলৈকে বহে। এই সভাই পূব এচিয়াৰ সকলো ঠাইতে "ভাৰতীয় স্বাধীনতা সঙ্ঘ" স্থাপন কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰে আৰু চাৰিজন সভ্যৰে সৈতে শ্ৰীযুত ৰাসবিহাৰী বসুক কৰ্ম্ম পৰিষদৰ সভাপতি পাতে। "ভাৰতীয় স্বাধীনতা সঙ্ঘই" প্ৰকাশ্যে ঘোষণা কৰিছিল— বৈদেশিক শাসনতন্ত্ৰৰ পৰা ভাৰতক মুক্ত কৰি পূৰ্ণ স্বাধীনতা লাভ কৰাই এই সঙ্ঘৰ উদ্দেশ্য।

ভাৰতীয় স্বাধীনতা সঙ্ঘৰ প্ৰধান কৰ্ম্মস্থল প্ৰথমে আছিল ব্যাঙ্কক, তাৰ পিছত ১৯৪৩ চনৰ মাৰ্চ্চ মাহত তাৰ পৰা আঁতৰাই স্যোনানলৈ (সিঙ্গাপুৰ) নিয়া হয়। ভগ্ন স্বাস্থ্য আনহাতে ভাটী দিয়া বয়সতো ৰাসবিহাৰী বসুৱে টকা সংগ্ৰহ কামত দেহেকেহে লাগিবলৈ ধৰিলে। তেওঁৰ অক্লান্ত পৰিশ্ৰম আৰু দেশ--প্ৰেমে সকলোকে মোহিত কৰিলে। বৃদ্ধ বয়সতো শিৰে শিৰে তপত তেজ ববলৈ ধৰিলে। বহু দিনৰ মনৰ আশা কাৰ্য্যত পৰিণত হোৱা দেখি তেওঁ নথৈ আনন্দ পাইছিল আৰু পূব এচিয়াত সিঁচৰিত হৈ থকা ভাৰতীয়সকলৰ অন্তৰত এটি নব বিপ্লৱী ভাৱধাৰাৰ সৃষ্টি কৰিলে। কেউপিনে স্বাধীনতাৰ বীজ সিঁচি দিলে,— কিন্তু তেওঁৰ আৰু ফল ভোগ কৰা নহল। অতৃপ্ত বাসনা লৈ আজি তেওঁ চিৰ--শান্তি ধামত।

স্বাধীনতাকামী বিপ্লৱীসকল দলে দলে আহি ৰাসবিহাৰী বসুৰ লগ লবলৈ ধৰিলে। অৱশেষত তেওঁৰ দল এটি বিৰাট দলত পৰিণত হল। স্বাধীনতাৰ জ্বলন্ত প্ৰদীপ তেওঁলোকৰ চকুৰ আগত জাঁহি উঠিল— আশাৰ এটি পূৰ্ণ-ৰেখা সকলোৰে অন্তৰত অঙ্কিত হ'ল।

সিঙ্গাপুৰৰ পতন আৰু পূব এচিয়াবাসী ভাৰতীয়ৰ কাৰ্য্য কলাপৰ কথা বিপ্লৱী নেতা সুভাস চন্দ্ৰৰ কাণত পৰিল। তেওঁ এই সুযোগতে ক্ষন্তেকো পলম নকৰি জাপানৰ ৰাজধানী টকিওত আহি উপস্থিত হ'লহি। যি আশাৰ বশৱৰ্তী হৈ তেওঁ স্বৰ্গতো অধিক জন্মভূমিৰ বন্ধন--শৃঙ্খল মুক্ত কৰিবলৈ,—আই ভাৰত মাতা আৰু কোটি কোটি ভাইভনীৰ দুঃখ দুৰ্গতি মোচনাৰ্থে নিজৰ জীৱনক তুচ্ছ কৰি বিদেশগামী হৈছিল, যি সুযোগ আৰু সুবিধাৰ বাবে তেওঁ অহৰহ চিন্তা কৰিব লগীয়া হৈছিল, সেই সুযোগ আৰু সুবিধা তেওঁৰ চকুৰ আগত আজি বৰ্ত্তমান। বুকু ভৰি আশা থুপ খালে। আনন্দত প্ৰাণ নাচি উঠিল। জুলাইৰ ২ তাৰিখে তেওঁ স্যোনানত আহি উপস্থিত হ'লহি। সুভাসক পাই পূব এচিয়াবাসী ভাৰতীয় বিপ্লবী সকল আনন্দত মতলীয়া হ'ল। ইয়াৰ পূৰ্ব্বেই তেওঁলোকে সুভাসৰ ভাৰত ত্যাগৰ কথা গম পাই আহিছে আৰু তেওঁৰ দৰে এজন সবল-ৰহী নেতাক পাবলৈ একান্তই ইচ্ছা কৰিছিল। তেওঁৰ স্যোনান





উপস্থিতিৰ পিছতেই অৰ্থাৎ জুলাইৰ ৪ তাৰিখৰ "ভাৰতীয় স্বাধীনতা সঙ্ঘৰ" মহামেললৈ শ্ৰীযুত ৰাসবিহাৰী বসুৱে সদৰ্পে দেশবৰেণ্য নেতা সুভাস বাবুক নিমন্ত্ৰণ কৰিলে— ভাৰতীয় স্বাধীনতা সঙ্ঘৰ সভাপতিৰ গধুৰ ভাৰ লবলৈ। তেওঁ অকণো কুণ্ঠা বোধ নকৰি এই দায়ীত্ব পূৰ্ণ ভাৰ হাঁহি মুখে বৰণ কৰিলে। তেজী আৰু উদ্দীপনাময় বক্তৃতাই সকলোকে মোহিত কৰিলে। অৱশেষত এই সঙ্ঘৰ স্থায়ী সভাপতিৰ ভাৰো তেওঁৰ ওপৰত থাপিলে। তেওঁৰ বক্তৃতাৰ প্ৰতি শব্দই সঙ্ঘৰ সদস্যবৃন্দৰ মানত মূল্যবান উপলব্ধি হৈছিল, আৰু তেওঁৰ বক্তৃতাত এইটোৱে ফুটি উঠিছিল যে, সুযোগ আৰু সুবিধা আহিলে স্বাধীন ভাৰতৰ এটা অস্থায়ী গৱৰ্ণমেণ্ট স্থাপন কৰি জাতীয় সৈন্য বাহিনী দল গঠন কৰিব আৰু ভাৰতৰ পথত অগ্ৰসৰ হব। অৱশেষত সেই সুযোগ মিলিল আৰু সেইদিন ধৰি ১৯৪৫ চনৰ আগষ্ট মাহলৈকে তেওঁ সমস্ত সৈন্যবাহিনী পৰিচালনা কৰি আহিছিল— ক্ষন্তেক বিশ্ৰাম লবলৈ তেওঁৰ সময় নাছিল।

ভাৰতীয় স্বাধীনতা সঙ্ঘৰ সদস্যবৃন্দই নতুন এজন নেতা পাই নতুন বল পালে আৰু অতি সন্তুষ্ট চিত্তে তেওঁক 'নেতাজী' উপাধীৰে ভূষিত কৰিলে।

**ভাৰতীয় জাতীয় বাহিনী দল—**

১৯৪৩ চনৰ ৪ জুলাই তাৰিখে নেতাজী সুভাস চন্দ্ৰ বসুৱে

ভাৰতীয় জাতীয় সেনা বাহিনী "আজাদ হিন্দ্ ফৌজ" গঠনৰ কথা জগতৰ আগত ঘোষণা কৰিলে। ছোনানৰ বহল পথাৰ আজাদ হিন্দ্ ফৌজৰ সৈন্য-শিক্ষা-শিবিৰত পৰিণত হ'ল। নেতাজী "আজাদ চেলুউত" লৈ সভাপতিৰ গাদীত বহি সৈন্যবৰ্গক নতুন এটা মন্ত্ৰ দিলে— 'দিল্লীলৈ বলা।' তাৰ পিছত আন এদিনাখন সুভাস আৰু তজো দুয়ো একেলগে আজাদ হিন্দ্ ফৌজৰ পেৰেদলৈ গৈ 'আজাদ চেলুউত' লৈ পৰস্পৰ মিত্ৰতা পাশত আবদ্ধ হ'ল।

আন এদিনাখন নেতাজীয়ে ছোনানত থকা ৫০,০০০ ভাৰতীয়ৰ আগত ভাৰতৰ পূৰ্ণ স্বাধীনতা পাবলৈ হলে ধন আৰু জনৰ যে অতি আৱশ্যক এই কথা ফঁহিয়াই কয় আৰু তাৰ এটা আঁচনি ৰাইজৰ আগত দাঙ্গি ধৰে। আজাদ হিন্দ্ ফৌজৰ লগতে আৰু এটা শাখা খুলিবলৈ মনস্থ কৰি তেওঁ ১৯৪৩ চনৰ ১২ জুলাই তাৰিখে তিৰোতা মানুহবে গঠিত এক সেনা বাহিনীৰ কথা পূব এচিয়াবাসী ভাৰতীয়ৰ আগত প্ৰকাশ কৰে। এই সেনা বাহিনীৰ নাম "ৰাণী-অৱ্-ঝান্সী ৰেজিমেণ্ট" ৰাখিলে, ১৮৫৭ চনত ভাৰতৰ স্বাধীনতাৰ কাৰণে বৃটিছৰ লগত যুঁজি প্ৰাণ ত্যাগ কৰা ঝান্সীৰ ৰাণী লক্ষ্মীবাইৰ নামেৰে।

কোমলাঙ্গীও সময়ত কঠিনাঙ্গী হব পাৰে। তাৰ প্ৰমাণ আমি এই সেনানী বাহিনীৰ আদৰ্শ মূলক কামৰ পৰাই পাওঁ। কেপ্টেইন লক্ষ্মী এই সেনা বাহিনীৰ প্ৰধান নায়িকা হ'ল।





১৯৪৩ চনৰ আগষ্ট মাহত নেতাজী আজাদ হিন্দ্ ফৌজৰ প্ৰধান সেনা নায়ক হৈ আজাদ হিন্দ্ ফৌজৰ গতি-বিধি কৰ্ম্ম তালিকা হাতত ললে। এই কম সময়ৰ ভিতৰতে ভাৰতীয় স্বাধীনতা সঙ্ঘৰ কাম বহল ভাবে প্ৰচাৰিত হোৱাত প্ৰত্যেক ভাৰতীয়ই তেওঁৰ কথালৈ কাণ পাতি শুনিবলৈ ধৰিলে আৰু ধনে-জনে সকলো প্ৰকাৰে সহায় কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ হ'ল। ধন-জন ভৰি পৰিল। মালয়ৰ চাৰিওফালে সৈন্য-শিক্ষা ছাউনা কৰি শিক্ষা দিবলৈ লাগিল।

## আজাদ হিন্দ্ গৱৰ্ণমেণ্ট—

১৯৪৩ চনৰ ২১ জুলাইৰ দিনা 'ভাৰতীয় স্বাধীনতা সঙ্ঘৰ' এখন সভাত নেতাজী সুভাস চন্দ্ৰ বসুৱে 'স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্ট' স্থাপনৰ কথা ঘোষণা কৰে। উপযুক্ত আৰু কৰ্ম্ম পৰায়ণ লোকেৰে তেওঁৰ মন্ত্ৰী সভা গঠন কৰিলে। কেপ্টেইন লক্ষ্মীকো এটি দায়ীত্বপুৰ্ণ ভাৰ দি মন্ত্ৰী সভাত সুমাই ললে। তাৰ পিছদিনাখন "ৰাণী লক্ষ্মী বাইৰ" জন্ম দিন উপলক্ষে পতা এখন সভাত নেতাজীয়ে প্ৰথমে ঝান্সী ৰাণী ৰেজিমেণ্টৰ দুৱাৰ মুকলি কৰিলে। সেই দিনাই এই সেনা বাহিনীৰ জন্ম হ'ল। জাকে জাকে গাভৰু ছোৱালীবোৰ আহি কেপ্টেইন লক্ষ্মীৰ তত্বাৱধানত মিলিটাৰী ট্ৰেইনিং লবলৈ ধৰিলে।

জাপান আৰু জাৰ্মানীকে লৈ জগতৰ ৯টা শক্তিয়ে স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্টক সমৰ্থন কৰিলে।

১ নৱেম্বৰ তাৰিখে তেওঁ আকাশী যানেৰে টকিও মহা নগৰীত উপস্থিত হ'ল গৈ। জাপান গৱৰ্ণমেণ্টে সুভাসক স্বাধীন ভাৰতৰ অস্থায়ী গৱৰ্ণমেণ্টৰ মুৰব্বী হিচাবে সম্ভাষণ জনালে। ৫ নৱেম্বৰ তাৰিখে টকিওত বহা বৃহত্তৰ এচিয়াৰ এখন সভাত নেতাজী উপস্থিত আছিল। ৭ নৱেম্বৰ তাৰিখৰ সেই সভাতে জাপানৰ প্ৰধান মন্ত্ৰী তজোই সুভাসৰ অস্থায়ী গৱৰ্ণমেণ্টৰ কথা উল্লেখ কৰি আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জ আজাদ হিন্দ্ গৱৰ্ণমেণ্টক দিবলৈ মনস্থ কৰে। ভাৰতীয়ৰ হাতত পৰাৰ লগে লগে দ্বীপ দুটাৰ নাম যথাক্ৰমে 'চাহীদ' আৰু 'স্বৰাজ' ৰাখিলে।

কৰ্ণেল লোকনাথন্ পোন প্ৰথমে 'চাহীদ' আৰু 'স্বৰাজ' দ্বীপৰ চীফ কমিচনাৰ পদত নিযুক্ত হ'ল।

### ভাৰতৰ প্ৰথম আজাদ হিন্দ ফৌজ—

ইয়াৰ অলপ দিনৰ পিছতে আজাদ সৈন্য বাহিনী স্যোনান আৰু মালয় এৰি ইন্দো-বৰ্ম্মাৰ পিনে অগ্ৰসৰ হ'ল।

৩০ নৱেম্বৰ তাৰিখে নেতাজী আকাশী যানেৰে গৈ স্বাধীন ভাৰতৰ উপনিবেশ 'চাহীদ' দ্বীপত ভৰি দিলে আৰু ত্ৰিবৰ্ণ পতাকা উৰুৱালে। তাৰ পিছত তেওঁ ১৯৪৪ চনৰ ৭ জানুৱাৰীৰ দিনা বৰ্ম্মাত





আহি উপস্থিত হ'লহি, লগে লগে সৈন্য বাহিনীৰ সৈতে তেওঁৰ গৱৰ্ণমেণ্টো সেই পিনে অগ্ৰসৰ হ'ল। এই সৈন্য বাহিনীয়েই ভাৰতৰ বুকুত বৃটিছৰে সৈতে বিখ্যাত মণিপুৰ, কোহিমা আদিত যুঁজ দিব লগীয়া হৈছিল। মালয়ৰ পৰা বৰ্ম্মালৈ হেড্কোৱাৰ্টৰ তুলি নিবলৈ এমাহো নালাগিল। ১৯৪৪ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখে পোন-প্ৰথমে এই আজাদ সৈন্য বাহিনীয়ে দুৰ্গম আৰাকাণ পৰ্ব্বতমালা অতিক্ৰম কৰি গৈ বৃটিছৰ লগত যুঁজ দিলে।

২১ মাৰ্চ্চৰ দিনা নেতাজীয়ে ঘোষণা কৰিলে যে আজাদ হিন্দ্ ফৌজে বৰ্ম্মা অতিক্ৰম কৰি ভাৰতৰ মাটিত ভৰি দিলে। সেই দিন ধৰি এই সৈন্য বাহিনীয়ে অৱসৰ নোলোৱাকৈ বৰ্ম্মাৰ ঠায়ে ঠায়ে বৃটিছৰ লগত যুজ দি আহিছে। কোৱা বাহুল্য যে, এই সৈন্য বাহিনীৰ ত্যাগ আৰু বীৰত্বই জগতৰ চকুত চমক লগালে।

### জাতীয় ধন ভঁৰাল—

জাতীয় ধন ভঁৰাল এটি বিশেষ আৱশ্যক হোৱাত তেওঁ ৫ এপ্ৰিলৰ দিনা ৰেঙ্গুনত "আজাদ হিন্দ্ ধন ভঁৰালৰ" দ্বাৰ উদ্ঘাটন কৰে। প্ৰথমে ভাৰতহিতৈষী ৰেঙ্গুনৰ ৪ জন মহীয়ান্ লোকে ১০ কোটি টকাদি এই ধন ভঁৰাল আৰম্ভ কৰে। অৱশেষত বৰ্ম্মাবাসী ভাৰতীয়সকলেও হাজাৰ হাজাৰ টকা দি এই ধন ভঁৰাল

টনকিয়াল কৰিবলৈ ধৰিলে। হবীব চাহাব আৰু শ্ৰীমতী বেটাই তেওঁলোকৰ সকলো স্থাবৰ সম্পত্তি ভাৰতৰ স্বাধীনতাৰ হকে নেতাজীৰ চৰণত অৰ্পণ ক'ৰলে। এইদৰে এই জাতীয় ধন ভঁৰালে আজাদ হিন্দ্ গৱৰ্ণমেণ্ট আৰু তাৰ সৈনা বাহিনীদলক পৰিচালিত কৰিবলৈ সক্ষম হৈছিল।

বালক সেনা সংগঠন—

অকল মতা আৰু তিৰোতাই নহয় সৰু সৰু লৰাছোৱালীবোৰো এই আন্দোলনত জপিয়াই পৰিল। ৯ বছৰৰ পৰা ১৪ বছৰৰ লৰাছোৱালীক এই বালক সেনা সজ্যত নিযুক্ত কৰা হৈছিল। এনে ধৰণৰ সজ্ঘ গোটেই পূব এচিয়াতে বিয়পি পৰিল। তিনি সপ্তাহৰ ভিতৰতে সৰু সৰু লৰা-ছোৱালীবোৰে বেয়নেট্ আদি ব্যৱহাৰ কৰিবলৈ শিকি পেলালে। " জয়হিন্দ্ " সিহঁতৰ অতি আদৰৰ হৈ পৰিল। সিহঁতৰ "জয়-হিন্দ্" চিঞৰে চেতনাহীন লোকৰ মনতো চেতনা জগাই দিলে। বুঢ়া বুঢ়ী, ডেকা-গাভৰু, লৰা-ছোৱালী সকলোৰে অন্তৰত এটি নব ভাৱৰ উদয় হ'ল। দিনে নিশাই কেৱল স্বাধীন ভাৰতৰ সপোন দেখিবলৈ ধৰিলে। এটি উল্লেখ যোগ্য ঘটনা এয়ে যে, — যেতিয়া ১৯৪৫ চনত বৃটিছ সেনাবাহিনী মান্দালয়ৰ পথত অগ্ৰসৰ হয় তেতিয়া তেওঁলোকে 'জয়হিন্দ্' শব্দৰ ওপৰত নটীছ জাৰী কৰিলে— কোনোৱে এই শব্দ ভুলতো উচ্চাৰণ





কৰিব নোৱাৰিব। কিন্তু যি সকল ভাৰতীয় লৰাই এই বালক সেনা সজ্যত থাকি শিক্ষা লাভ কৰিছিল তেওঁলোকে 'জয়-হিন্দ্' বুলিহে সিহঁতক স্বাগত জনাইছিল— যেতিয়াই যাকে য'তে মান্দালয়ৰ পথত লগ পাইছিল; কিন্তু বৃটিছ ৰাজে এই সৰু সৰু লৰাবোৰক কি কৰিলে ?

১৯৪৪ চনৰ বসন্ত কালত সসস্ত্ৰ আজাদ সৈন্য বাহিনী দল অসমৰ দুৱাৰ মুখ মণিপুৰৰ পথত অগ্ৰসৰ হ'ল। যদি এই সৈন্য বাহিনীদলে তেওঁলোকৰ নিৰ্দ্ধাৰিত কৰ্ম্ম তালিকা মতে কামত লাগি যাব পাৰিলেহেঁতেন, তেন্তে মণিপুৰৰ পিছত অসম চিটাগং আদি ঠাই বৃটিছৰ হাতৰ পৰা মুক্ত কৰি সেই ঠাইবোৰত সিহঁতৰ খুটি পুতি ললেহেঁতেন।

বিপদৰ মুখত আজাদ সৈন্য বাহিনী দল—

অৱশেষত বাৰিষা আহিল। বৰষুণে গোটেই ৰাস্তা পদুলি ডুবাই পেলালে। যাতায়াতৰ অসুবিধাই তেওঁলোকৰ গতি বন্ধ কৰিবলৈ বাধ্য কৰালে। আৱশ্যকীয় সৈন্যৰ ৰছদপাতি যোগান ধৰিব নোৱাৰা হ'ল। সেই সময়তে বৃটিছ বাহিনী অগ্ৰগতিৰ পথত। তথাপি শেষ পৰ্য্যন্তলৈ এটোপা শৰীৰত তেজ থাকে মানে যুঁজিবলৈ সাজু হ'ল। হাজাৰ হাজাৰ কামান, মেচিনগান আদিৰ সম্মুখত পৰিছিল এই আজাদ সেনা বাহিনী। আজাদ হিন্দ্ গৱৰ্ণমেণ্ট, আজাদ সেনা বাহিনী আৰু তিনি কোটি

পূব এচিয়াবাসী ভাৰতীয়ই একত্ৰিতহৈ কায়মনোবাক্যে ভীষণতকৈও ভীষণ অৱস্থাৰ মাজেদি যাবলৈ সাজু হ'ল। আগতকৈও অধিক পৰিমাণে ধন আৰু জন দি আজাদ হিন্দ্ গৱৰ্ণমেণ্টক সহায় কৰিবলৈ ধৰিলে। বৰ সমাৰোহেৰে ৰেঙ্গুন মহা নগৰীত যথাক্ৰমে ৪ জুলাইৰ পৰা ১১ জুলাই, ১৮ জুলাইৰ পৰা ২৪ জুলাইলৈ "নেতাজী সপ্তাহ" আৰু 'আজাদ গৱৰ্ণমেণ্ট দিবস' পালন কৰিলে। লগে লগে গোটেই পূব এচিয়াতে এই ধৰণৰ দিবস পালি পূৰ্ণ চেতনা জগাই তুলিলে।

## নেতাজীৰ ৰেঙ্গুন ত্যাগ—

১৯৪৪ চনৰ এপ্ৰিল মাহত যেতিয়া বৃটিছ সেনা বাহিনী ৰেঙ্গুন অভিমুখে গতি কৰিবলৈ ধৰে তেতিয়াও নেতাজী ৰেঙ্গুনতেই আছিল। তেওঁ আজাদ হিন্দ্ ফৌজৰ মাজতেই থাকি আৱশ্যক হলে সিহঁতৰ লগতেই জীৱন দিবলৈ মনস্থ কৰি ৰেঙ্গুন নেৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। কিন্তু তেওঁৰ গৱৰ্ণমেণ্টৰ মন্ত্ৰী আৰু উচ্চ পদস্থ বিষয়া সকলে তেওঁক ৰেঙ্গুন এৰিবলৈ দিনে-ৰাতিয়ে খাটিবলৈ ধৰিলে,—চকুলো টুকি, হাতে-ভৰিয়ে পৰি। অৱশেষত তেওঁ ২৪ এপ্ৰিলৰ দিনা আবেলি ৰেঙ্গুন এৰিবলৈ বাধ্য হ'ল। ব্যাঙ্কক পোৱাৰ আগতে ৩০০ মাইল ৰাস্তা অতিক্ৰম কৰিবলৈ তেওঁৰ পূৰা ৩ সপ্তাহ লাগিছিল। মাজে মাজে তেওঁ শুনিবলৈ পাইছিল যে, বৃটিছ সৈন্য বাহিনী আহি পিছ পালেহি। তেওঁ





কিন্তু অবিৰাম গতিত গৈয়েই থাকিল। কি দুৰ্গম হাবি জঙ্গল ভাঙ্গি বনৰীয়া জন্তুৰ মুখত জীৱনটো পেলাই ওখ-চাপৰ পৰ্ব্বতমালা অতিক্ৰম কৰি গৈ গন্তব্য স্থান পাইছিল; সেইবোৰ কাহিনী যদি তেওঁ জীয়াই আছে জগতে এদিন শুনিবলৈ পাব।

## আজাদ হিন্দ ফৌজলৈ নেতাজীৰ লিখিত বাণী—

"দুঃসাহসিক আজাদ হিন্দ্ ফৌজৰ বিষয়া আৰু সৈন্যবৰ্গ!—এইটো বৰ শোকৰ বিষয় যে মই বৰ্ম্মা এৰি যাবলৈ বাধ্য হলোঁ। আমি প্ৰথম বাৰৰ কাৰণে ইম্ফল আৰু বৰ্ম্মাৰ ৰণত হাৰিলোঁ তাৰ বাবে দুঃখ কৰাৰ একো কাৰণ নাই। আমাৰ স্বাধীনতাৰ যুদ্ধ এতিয়াও শেষ হোৱা নাই। জন্মাবধি মই এজন আশাবাদী আৰু কোনো ক্ষেত্ৰতে হাৰ মানিবলৈ বাধ্য নহয়। ভাৰতৰ স্বাধীনতাৰ কাৰণে ইম্ফল, আৰাকানৰ দুৰ্গম পৰ্ব্বতমালা আৰু বৰ্ম্মাৰ 'তেল পথাৰৰ' চাৰিওফালে কৰা আপোনালোকৰ দুঃসাহসিক যুদ্ধই ভাৰতৰ স্বাধীনতা তথা জগতৰ বুৰঞ্জীত অমৰ হৈ থাকিব।

বন্ধুবৰ্গ!—এই সন্ধিক্ষণত মোৰ মাথো এষাৰি বাণী আপোনালোকক দিবলৈ আছে আৰু সেইটো হৈছে—যদি আপোনালোকে দুৰ্ভাগ্যবশতঃ হাৰ মানিব লগিয়া হয়, বীৰৰ দৰে হাৰ মানিব। ভাৰতৰ ভৱিষ্যত সতি-সন্ততি সকল বীৰ হৈ জন্ম লব— দাস হৈ নহয়। কাৰণ আপোনালোকৰ নিঃস্বাৰ্থ আৰু গৌৰৱময়ী কামেই জগতৰ আগত ঘোষণা কৰিব যে, সিহঁতৰেই পূৰ্ব্বপুৰুষসকল ভাৰতৰ স্বাধীনতাৰ

হকে ইম্ফল, অসম, বৰ্ম্মা আদিত যুঁজিবলৈ স্বাধীনতাৰ অমোঘ মন্ত্ৰত দীক্ষিত হৈছিল। মোৰ দৃঢ় বিশ্বাস ভাৰতৰ স্বাধীনতা অতি ওচৰতে। মই আপোনালোকৰ ওপৰতেই আমাৰ জাতীয় সন্মান সঁপি দি অৱশেষত অতীত ভাৰতৰ গৌৰৱময় কাহিনী সোঁৱৰাই যাবলৈ ওলালোঁ। মোৰ বিশ্বাস— অতি দৃঢ় বিশ্বাস যে, এই সৈন্যবাহিনী দল শেষ পৰ্য্যন্তলৈ স্বাধীনতাৰ হকে যুজিবলৈ কুণ্ঠিত নহব আৰু লগে লগে ভাৰতৰ আৰু ভাৰতৰ দৰে পৰাধীন জাতিৰ আদৰ্শনীয় স্থান অৰ্জ্জন কৰিব।

যদি মই মোৰ ইচ্ছামতে চলিব পাৰিলোহেঁতেন নিশ্চয়েই আপোনালোকৰ মাজতে থাকি এই ক্ষন্তেকীয়া হাৰণৰ দুঃখৰ ভাগ ললোহেঁতেন। কিন্তু মই মোৰ মন্ত্ৰী আৰু বিষয়াসকলৰ উপদেশ মতে বাহিৰত থাকি এই যুদ্ধখন পুনৰ্চালিত কৰিবলৈ বৰ্ম্মা এৰি যাবলৈ বাধ্য হলো। মই ভালকৈ জানো,— পূব এচিয়া আৰু ভাৰতৰ সকলোৰেই আমাৰ এই স্বাধীনতা যুদ্ধত সকলো প্ৰকাৰে সহায় কৰিব। আপোনালোকৰ দুখ আৰু ত্যাগ অথলে নাযায়। আপোনালোকৰ ওচৰত মোৰ অনুৰোধ— মোৰ দৰেই আপোনালোক আশাবাদী হ'ক আৰু বিশ্বাস কৰ'ক যে, লাহে লাহে আমাৰ দুঃখৰ ৰাতি গুচি সুখৰ পুৱা আহিব ধৰিছে। ভাৰতে স্বাধীনতা পাবই— আৰু বেছি দিন নাই। ভগৱানে আপোনালোকৰ মঙ্গল কৰক। ইতি—"

ইন্‌কিলাৱ জিন্দাবাদ
আজাদ হিন্দ্ জিন্দাবাদ
"জয়হিন্দ্"

তাং ২৪ এপ্ৰিল, ১৯৪৫ { স্বাঃ— শ্ৰীসুভাস চন্দ্ৰ বসু,
প্ৰঃ নায়ক আজাদ হিন্দ্ ফৌজ।



ভাৰতবাসীলৈ নেতাজীৰ বাণী—

ব্যাঙ্কক পোৱাৰ লগে লগেই ছিমলা মহামেলৰ কথা তেওঁৰ কাণত পৰিল। ১৪ জুন তাৰিখে ছিমলাৰ মহামেল। কংগ্ৰেছ ৱাৰ্কিং কমিটিৰ মেম্বাৰসকলক মুক্তি দিছে মাথোন। লৰ্ড ৱাভেলে মহাত্মা গান্ধী, মিঃ জিন্না আদি কৰি ভাৰতৰ নেতাসকলক ছিমলাৰ মেললৈ নিমন্ত্ৰণ কৰিছে। নেতাজীয়ে তৎক্ষণাত তেওঁৰ কেবিনেত বহুৱাই এইটো সিদ্ধান্তত উপনীত হলগৈ যে, যদি কংগ্ৰেছে ৱাভেলৰ চুক্তি মানি লয় তেন্তে নিজে নিজক আত্ম-হত্যা কৰাৰ দৰে হব। নেতাজী তৎক্ষণাত স্যোনানলৈ উৰা মাৰিলে আৰু বেতাৰ বাতৰিৰে সেই কথাষাৰ ভাৰতবাসীক জনাই দিলে। অৱশেষত ছিমলাৰ মহামেল ব্যৰ্থ হ'ল।

আজাদ হিন্দ্ গৱৰ্ণমেণ্ট আৰু তাৰ সৈন্যবাহিনী সম্পুৰ্ণ ভাৰতীয়ৰেই গঠিত। জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৱে ইয়াত যোগদান কৰিব পাৰিছিল। তিল প্ৰমাণো ইয়াত ধৰ্ম্মৰ ভেদাভেদ নাছিল— হিন্দু-মুছলমান, শিখ, খৃষ্টিয়ান সকলোৱে একেলগে বহি একেখন থালিতে খোৱা-বোৱা কৰিছিল। এয়ে ভৱিষ্যত ভাৰতৰ হিন্দু-মুছলমানৰ মৈত্ৰী ভাবৰ এটি জ্বলন্ত আদৰ্শ। এই সৈন্যবাহিনীদল যেতিয়া অসমৰ কোহিমা, মনিপুৰ, আদিত ভীষণভাৱে খাদ্যাভাৱত পৰে, তেতিয়া এদিন বৃটিছ সৈন্যাধ্যক্ষই আকাশী যানেৰে পুস্তিকা বিলি

এশ উনানবৈৰ

কৰি দিলে আৰু তাত লিখা আছিল— তোমালোকে আমাৰ অধীনতা স্বীকাৰ কৰিলে ৰছদপাতি দি মৃত্যুৰ মুখৰ পৰা ওভতাই আনিম। তাৰ উত্তৰত তেওঁলোকে এইটোকে দিছিল— "পৰাধীনতাৰ কটীত-কৈ স্বাধীনতাৰ ঘাঁহো ভাল।" কি উচ্চ শ্ৰেণীৰ দেশপ্ৰেম! চন্দ্ৰদিবা-কৰ থাকে মানে ভাৰত ইতিহাসে জগতৰ বুৰঞ্জীত তেওঁলোকৰ দেশ-প্ৰেম আৰু অভিনৱ কাৰ্য্যাৱলীৰ বাবে অমৰ খিয়াতি লভিব।

টকিওৰ পৰা ওলোৱা জাপ গৱৰ্ণমেণ্টৰ এটা বাতৰিৰ পৰা জানিব পৰা যায় যে, সুভাস বসু ১৯৪৫ চনৰ ১৮ আগষ্টৰ দিনা আকাশী দুৰ্ঘটনাত পৰি জাপানৰ কোনো এক চিকিৎসালয়ত ইহ লীলা সামৰি চিৰশান্তি ধামলৈ প্ৰয়াণ কৰিলে। এনে ধৰণৰ বাতৰি পোৱা স্বত্বেও মহাত্মা গান্ধীকে আদি কৰি ভাৰতৰ অধিকাংশ লোকেই তেওঁৰ মৃত্যু বাতৰিত পতিয়ন যোৱা নাই। তেওঁলোকৰ মতে সুভাস বসু এদিন ভাৰতত দেখা দিব। মৃত্যুই হ'ক বা জীয়াই থাকক,— তেওঁৰ আদৰ্শই ভাৰতবাসীক নতুন চেতনা দিলে আৰু ই স্বাধীনতাৰ এটি অমোঘ অস্ত্ৰ।

আজাদ হিন্দ্ জিন্দাবাদ

—"জয় হিন্দ্"—

—শ্ৰীহাকিম চন্দ্ৰ ৰাভা।



